Principal Mr. K.C. Dutta in chair

## OFFICE STAFF

Sitting (L-R) Mrs. S. Saikia (Office Asstt.), Mr. K.C. Dutta (Principal), Mr. M. Sarmah (Head Asstt.)
Standing (L-R) Mrs. C. Chaliha (4th Grade), Mr. N. Chetia (4th Grade), Mr. G. Dutta Phukon (Office Asstt.)
Mr. D. Dutta (Office Asstt.), Mr. L. Tocha (4th Grade) & Mr. B. Das (Office Asstt.)

# আলোচনী

সম্পাদনা

**মহম্মদ আয়ুব**

২০০৭-০৮ বর্ষ

***The Sibsagar Commerce College Magazine for the session 2007-08, published by Sri Prodip Baruah, Asstt. General Secretary, Sibsagar Commerce College Students Union, edited by Md. Ayub, Literary & Debating Secretary & Printed at Trinayan Printers, Sivasagar. Date of Publication 12th February 2009.***

## কাৰ্য্যকৰী মঞ্চ

বেটুপাতৰ পৰিকল্পনা ঃ
সন্তোষ কুমাৰ কৰ্মকাৰ
পদ্মনাথ শৰ্মা
মৃণাল দত্ত

প্ৰকাশক ঃ
সম্পাদক
ছাত্ৰ একতা সভা
শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়
২০০৭-০৮ বৰ্ষ

ছপাশাল ঃ
ত্ৰিনয়ন প্ৰিণ্টাৰ্ছ
শঙ্কৰ মন্দিৰ পথ
নামঘৰ চৌহদ
শিৱসাগৰ
ফোন ঃ ৯৯৫৭০৭৮১১৭,
ঃ ৯৪৩৫৫১৬৪৯৬

## সম্পাদনা সমিতি ঃ

সভাপতি ঃ
অধ্যক্ষ, কাৰ্ত্তিক চন্দ্ৰ দত্ত

উপদেষ্টা ঃ
সন্তোষ কুমাৰ কৰ্মকাৰ
দেৱজিৎ চহ্‌ৰীয়া
পদ্মনাথ শৰ্মা
প্ৰদীপ গঁগৈ
পংকজ জ্যোতি হাজৰীকা
জোনটি পাটৰ
হৰেন হাজৰিকা
মৃণাল দত্ত

সম্পাদক ঃ
মহম্মদ আয়ুব

সদস্য ঃ
অঞ্জন কলিতা
প্ৰদীপ বৰুৱা

# উছৰ্গা

মাননীয় অধ্যক্ষ মহোদয়

শ্ৰদ্ধাৰ শিক্ষাগুৰুসকল

সন্মানীয় অভিভাৱকসকল

প্ৰিয় ছাত্ৰ-ছাত্ৰীসকল

আৰু

শুভাকাঙ্খীসকললৈ

সম্পাদক

# কৃতজ্ঞতাৰ শৰাই

শ্ৰদ্ধাৰ শ্ৰীযুত প্ৰণৱ গগৈ, হস্ততাত, বস্ত্ৰশিল্প আৰু ৰেচম ও আইন মন্ত্ৰী, অসম
শ্ৰদ্ধাৰ নৱাব মামুদ হুছেইন, উপায়ুক্ত, শিৱসাগৰ জিলা
শ্ৰদ্ধাৰ অধ্যক্ষ মহোদয় শ্ৰীযুত কাৰ্ত্তিক চন্দ্ৰ দত্ত
শ্ৰদ্ধাৰ বিকাশ দে, অধিবক্তা
শ্ৰদ্ধাৰ শ্ৰীযুত সন্তোষ কুমাৰ কৰ্ম্মকাৰ, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুত দেৱজিৎ চহৰীয়া, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুত পদ্মনাথ শৰ্ম্মা, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুতা লখিমী দত্ত, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুত মৃণাল দত্ত, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুত পংকজ জ্যোতি হাজৰীকা, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুতা জোনটি পাটৰ, উপদেষ্টা
শ্ৰদ্ধাৰ শ্ৰীযুত হৰেন হাজৰিকা, উপদেষ্টা
মহাবিদ্যালয়ৰ শ্ৰদ্ধেয় শিক্ষাগুৰুসকল আৰু সমূহ কৰ্মকৰ্তাসকল
ছাত্ৰ একতা সভাৰ বিষয়ববীয়াসকল
ত্ৰিনয়ন প্ৰিণ্টাৰ্ছৰ কৰ্মকৰ্ত্তাসকল আৰু
২০০৭-০৮ বৰ্ষৰ মহাবিদ্যালয়ৰ আলোচনীৰ লেখক-লেখিকাসকল।

— সম্পাদক

যিজন আমাৰ মাজৰ পৰা অকালতে হেৰাই গ'ল,
তেওঁৰ পূণ্য স্মৃতি মৰমেৰে সোঁৱৰিছো....

ঁশ্যামলজিৎ গগৈ

সাধাৰণ সম্পাদক, ছাত্ৰ একতা সভা - ২০০৭-০৮
২২ জানুৱাৰী ১৯৮৬ - ১১ জুলাই ২০০৮

PRANAB GOGOI
Minister
Handloom & Textiles, Sericulture,
Law and Legislative,
Assam, Dispur

Ph.: 0361-2262294 (O)

Date : 18. 11. 08

# MESSAGE

It gives me immense pleasure that the Sibsagar Commerce College, Sivasagar is publishing a Magazine and has been doing exceedingly well in catering the needs of the students of Commerce stream and maintaining a steady records of academic excellence since it came into existence. I hope it will continue to maintain its standard and give its most to the building of bright career of the students.

I wish all-round success of the Sibsagar Commerce College, Sivasagar.

18/11/08

(PRANAB GOGOI)

উপায়ুক্ত
শিৱসাগৰ

ফোন নং : ২২২১৩৭ (কা)
২২২১৩৮ (আ)
ফেক্স নং : ২২২৬৫৫ (কা)
২২২১৩১ (আ)

## শুভেচ্ছা বাণী

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ২০০৭-০৮ বৰ্ষৰ বাবে কলেজখনৰ বাৰ্ষিক আলোচনী প্ৰকাশ কৰিবলৈ লোৱা বুলি জানি আনন্দিত হৈছো ।

উচ্চ শিক্ষাৰ শিক্ষানুষ্ঠান এখনৰ বাবে বাৰ্ষিক আলোচনী এখনৰ তাৎ পৰ্য আৰু ভূমিকাৰ বিষয়ে লোহৰাৰ প্ৰয়োজন নাই । উচ্চ শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীসকলে বিভিন্ন বিষয় লৈ অধ্যয়ন কৰাৰ লগতে তেওঁলোকৰ মাজত সুপ্ত হৈ থকা সুকুমাৰ কলা, ভাষা - সংস্কৃতি, খেলা - ধূলা আদিক বিকশিত কৰাত ইতিবাচক ভূমিকা গ্ৰহণ কৰি আহিছে । আজিৰ সময়ত সমগ্ৰ পৃথিৱীখনকে প্ৰযুক্তি বিদ্যাৰ সম্ভাৱনীয়তা ক্ষেত্ৰখনে এখন গোলকীয় গাওঁলৈ ৰূপান্তৰ কৰা মুহূৰ্ত্তত বাণিজ্য ক্ষেত্ৰৰ প্ৰসাৰণ বিশালৰ পৰা বিশালসৈ পৰ্যবেশিত হৈছে । এতিয়া তথ্য প্ৰযুক্তিৰে সমৃদ্ধ বাণিজ্যক্ষেত্ৰই বহু দিশলৈ প্ৰসাৰিত হৈছে ! ই - কমাৰ্চৰ যোগেদি বৰ্তমান এজন ব্যক্তিয়ে ঘৰত থাকিয়েই ৱেব ছাইটৰ যোগেদি নিজৰ প্ৰয়োজনীয় পণ্য সামগ্ৰী ক্ৰয় কৰিব পাৰে । শেহতীয়াকৈ এম- কমাৰ্চৰ নতুন সংযোজনে এতিয়া গ্ৰাহক এজনে বেংকৰ জমাধন উলিয়াৰ লগতে ইয়াৰ মাধ্যমত ব্যৱসায় চলাব পৰা হৈছে ।

প্ৰকাশ পাব লগা আলোচনীখনত এনেবোৰ বিষয়ত আলোকপাত কৰাৰ লগতে সাহিত্য- সংস্কৃতিৰ বিষয়সমূহে স্থান পোৱাৰ আশা কৰিলো ।

(এল.এম. ম্হেইলা, আই.এ.এছ.)
- উপায়ুক্ত,শিৱসাগৰ

## শুভেচ্ছা


*Bikash Dey*
Advocate

RESI : HOSPITAL ROAD
SIVASAGAR - ASSAM
- 785640 -
☎ : 94350 - 55508 (M)
03772 - 222150 (R)
03772 - 222319 (Bar)


Ref No. ......................    Date ....[illegible]....

প্ৰতি
সম্পাদক ; আলোচনী বিভাগ
শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়,

'শুভেচ্ছা'

[illegible]

ইতি
বিকাশ দে

## Wishes

Dear Md. Ayub,

I am very happy to learn from you that the Student Union of Sibsagar Commerce College is going to publish a Magazine this year. The College Magazine plays an important role in refloating the young minds thoughts and aspirations as well their creative talent. It serves the purpose of motivating them to empress themselves what they see around them in the most creative way. Galileo once said

*"You cannot teach a man anything*
*You can only help him discover it within himself"*

The respected Principal Sri Mr. K.C. Dutta is trying his best by introducing new courses for the benefit and bellisment of the students and the onces is now on our younger brothers bow they utilize the available resources and opportunities for their self development.
I, as the alumni of the College, hope that our college will grow strength to strength and shall progress and prosper to become one of the top colleges in Assam and India.
I wish the editorial board and the student union all success.

Rajendra Joshi
Hon'ble Secretary
Alumni Association
Sibsagar Commerce College

# সূচীপত্ৰ

স
# সম্পাদকীয়

আলোচনীখন সম্পাদনাৰ অন্তত 'সম্পাদকৰ একলম' লিখিবলগীয়া হোৱাত মনত নানা ভাবৰ সৃষ্টি হৈছে। বৰ্তমান বাণিজ্যৰ যুগত আন্তঃৰাষ্ট্ৰীয় বুজাপৰাৰ এক শক্তিশালী মাধ্যম হিচাপে স্বীকৃত হৈছে বাণিজ্য শিক্ষা। শিৱসাগৰ বৰপুখুৰীপাৰত মনোৰম পৰিৱেশত নৱ-প্ৰজন্মক পোহৰ বিলাবলৈ অনাগত দিনৰ বাবে প্ৰতিশ্ৰুতিলৈ শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় বৰ্তমান চল্লিছ বছৰত ভৰি দিছে। ১৯৬৯ চনৰ স্থাপিত বাণিজ্য মহাবিদ্যালয়খনে অসমৰ শৈক্ষিক, আৰ্থিক, সামাজিক দিশত গুৰুত্বপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিছে। শিৱসাগৰ বহুকেইজন মহান ব্যক্তিৰ একাগ্ৰতা, পৰিশ্ৰমৰ বিনিময়ত সগৌৰৱে প্ৰতিষ্ঠিত এইখন মহাবিদ্যালয়। বৰ্তমান মহাবিদ্যালয়খনে সময়ৰ গতিৰ লগত খোজ মিলাই আধুনিক শিক্ষাৰ লগতে কাৰিকৰী শিক্ষাও প্ৰদান কৰিছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অনুমোদিত BCA আৰু PGDCA, ফেশ্যন ডিজাইনিং আদি শিক্ষা দিয়া হৈছে। মহাবিদ্যালয়ৰ নৱ নিৰ্মিত পুথিভঁৰালটিত ছাত্ৰ-ছাত্ৰীৰ পাঠ্য-পুথি, ৰেফাৰেন্স বুকৰ উপৰিও বহুতো আৱশ্যকীয় গ্ৰন্থও আছে। ইয়াৰ উপৰিও নিয়মীয়াকৈ বাতৰি কাকত ৰখা হয়। এই সুবিধাজনক অধ্যয়ন কক্ষটিয়ে পঠন-পাঠনৰ এটি পৰিৱেশ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

বৰ্তমান এই মহাবিদ্যালয়ত প্ৰায় ৭০০ জন ছাত্ৰ-ছাত্ৰী আছে। এই ছাত্ৰ-ছাত্ৰীসকলে খেলা-ধূলাৰ লগতে সাংস্কৃতিক দিশত যথেষ্ট আগ্ৰহী। এই মহাবিদ্যালয়ৰ কেইবাজনো ছাত্ৰই অসম তথা ভাৰতৰ বাহিৰতো বিভিন্ন খেলত খেলাৰ সুযোগ লাভ কৰিছে। প্ৰাক্তন ছাত্ৰ জৱাহৰ জ্যোতি চাংকাকতিয়ে দুৰ্গম দাৰ্জিলিং অঞ্চললৈকে চাইকেল অভিযান কৰাটো উল্লেখনীয়। পঙ্কজ প্ৰতীম চুতীয়াই টেবুল টেনিচত অসমৰ চেম্পিয়ন আৰু সৰ্বভাৰতীয় খেলত সুনাম অৰ্জন কৰিছে। মহাবিদ্যালয়ৰ কেইবাজনো ছাত্ৰই সংগীত আৰু নাটক বিভাগত কৃতিত্বৰ পৰিচয় দিছে। আমাৰ মহাবিদ্যালয়ৰ বি.চি.এ. ৰ ছাত্ৰ হৃষিকেশ বৰুৱাই মুম্বাইত ৰাষ্ট্ৰীয় ভিত্তিত হিন্দী গীত পৰিৱেশন কৰি অসম তথা ভাৰতবৰ্ষত সুনাম অৰ্জন কৰিছে। প্ৰাক্তন ছাত্ৰ হৰিহৰ চাহুয়ে হিন্দীত নাটক লিখি অসমৰ বাহিৰত প্ৰদৰ্শন কৰি সুনাম অৰ্জন কৰিছে।

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ-একতা সভাৰ আলোচনী বিভাগৰ সম্পাদকৰ দৰে গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰিবলৈ পাই মই যথেষ্ট আনন্দিত হৈছোঁ। ভয়, আনন্দ, শঙ্কা, উদ্দীপনা আদিৰে মিশ্ৰিত এটা নিৰ্বোধ মন লৈ যেতিয়া এই মহাবিদ্যালয়ত আহিছিলোঁ তেতিয়া আলোচনী বিভাগৰ সম্পাদকৰ দায়িত্ব বহন কৰিম বুলি এটা আশা পুহিঁছিলো। মোৰ এই আশা বাস্তৱত ৰূপায়িত হ'ল। তথাপি ছাৰ-বাইদেউ আৰু ছাত্ৰ-ছাত্ৰীসকলৰ সহযোগত মই এই পদৰ দায়িত্ব বহন কৰিবলৈ পাই আনন্দিত হ'লো। এই আলোচনীখন সুকলমে প্ৰকাশ কৰিবলৈ আমি বহুত চেষ্টা কৰিছিলো। আৰু তাৰ বাবে মই খুউব সোনকালে পত্ৰিকাখনৰ বাবে লেখা আহ্বান কৰিছিলো। আলোচনীৰ প্ৰকাশ কৰাত সকলো সময়তে উৎসাহ, উপদেশ দি অহা মাননীয় অধ্যক্ষ মহোদয় শ্ৰীযুত কাৰ্ত্তিক চন্দ্ৰ দত্ত দেৱলৈ আৰু আলোচনী উপদেষ্টা সন্তোষ কুমাৰ

কৰ্মকাৰ ছাৰ, পদ্মনাথ শৰ্মা ছাৰ, পংকজ জ্যোতি হাজৰীকা ছাৰ, হৰেন হাজৰীকা ছাৰ, জোনটি বাইদেউ, লখিমী বাইদেউ আৰু সহায় সহযোগত থকা বিজয় শইকীয়া ছাৰ, চুজাউদদৌল্লা ছাৰ, মৃণালী বাইদেউ আৰু মৃণাল দত্ত ছাৰ সকলোকে আন্তৰিক ধন্যবাদ জনালো।

নতুন নতুন লিখকৰ ন-ন লিখনি প্ৰকাশ কৰাৰ কাৰণে আলোচনী সাহিত্যৰ একমাত্ৰ বাহন বুলিব পাৰি। ঠিক সেইদৰে স্কুল বা কলেজৰ ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতিভা প্ৰকাশ কৰাৰ একমাত্ৰ বাহন হৈছে আলোচনীখন। স্কুল বা কলেজৰ আলোচনী প্ৰকাশৰ দ্বাৰা ছাত্ৰ-ছাত্ৰীৰ মানসিক চিন্তাধাৰা উন্নত আৰু প্ৰতিভা বিকাশ কৰিব পাৰে। আলোচনীখনৰ বাবে যিসকল ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীয়ে লিখনি দি সহায় সহযোগ আগবঢ়ালে সেইসকল ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰীক মোৰ আন্তৰিক শ্ৰদ্ধা যাচিছো আৰু আলোচনী উলিয়াব পৰাত মই বৰ আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছো। আলোচনীখনৰ বাবে যিসকল ছাত্ৰ-ছাত্ৰীৰ লিখনিসমূহ প্ৰকাশ কৰিব পৰা নগ'ল সেইসকল ছাত্ৰ-ছাত্ৰীয়ে নিৰাশা নহৈ পুনৰ যত্ন কৰে যেন। এই সন্দৰ্ভত এটা কথা উল্লেখ কৰিবলৈ বাধ্য হৈছো যে, আমাৰ জনা আৰু বিশ্বাস মতে আলোচনীখনত প্ৰকাশ পোৱা কবিতা, গল্প আৰু প্ৰবন্ধ আমাৰ মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ মৌলিক ৰচনা। এইবোৰৰ ভিতৰত যদি কোনো ৰচনা আনৰ ৰচনা বুলি প্ৰমাণ হয় বা নকল কৰা হৈছে, তাৰ বাবে সম্পাদনা সমিতি দায়ী নহয়। অৱশেষত আলোচনীৰ বাবে সহায় কৰা শ্ৰীশিল্পীকা বৰা, সুমন সুগন্ধি মহন্ত, আমজাদ আলি, নিধি জালান, ৰাজেশ গোস্বামী, পাৰমিতা পোদ্দাৰ, লক্ষ্মী, প্ৰভাতি দে, স্নেহা, নিলম, খুসবু, এইসকলো ছাত্ৰ-ছাত্ৰীক মোৰ আন্তৰিক ধন্যবাদ জনালো।

"জয়তু শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়"

**মহম্মদ আয়ুব,**
সম্পাদক
সাহিত্য, তৰ্ক আৰু আলোচনী বিভাগ

# অধ্যক্ষৰ মেজৰ পৰা

শ্ৰীকাৰ্ত্তিক চন্দ্ৰ দত্ত

শিক্ষানুষ্ঠান এক পবিত্ৰ অনুষ্ঠান। আমাৰ সকলোৰে এনে অনুষ্ঠানৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিভাৱ থকা উচিত। এনে অনুষ্ঠানেই মানৱ সম্পদ গঢ় দিয়ে। মানৱ সম্পদ গঢ় দিয়া শিক্ষক সকলো মানৱেই। এই ক্ষেত্ৰত শিক্ষকসকলে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব লাগিব। ছাত্ৰ-ছাত্ৰীসকলক শিক্ষকসকলে শিক্ষাদানৰ আকৰ্ষণীয় পদ্ধতি প্ৰয়োগ কৰি তেওঁলোকৰ জ্ঞান আহৰণৰ হেপাহ বঢ়াবলৈ যত্ন কৰিব লাগিব। যিকোনো এবিধ সামগ্ৰী (পণ্যদ্ৰব্য) গঢ়াটো যিমান সহজ মানৱ সম্পদ গঢ়াটো অতি কঠিন কাম। এজন ছাত্ৰক চৰিত্ৰবান, কৰ্ম্মনিষ্ঠ, সৎ আৰু উচ্চ চিন্তাধাৰাৰে প্ৰকৃত মানুহ কৰি গঢ়ি তুলিবৰ বাবে সৎ চেষ্টা, একাগ্ৰতা আৰু কৰ্তব্য পৰায়ণ আদি গুণসম্পন্ন ব্যক্তিৰ প্ৰয়োজন। মহৎলোক সকলৰ বাণীত উল্লেখ আছে যে সকলো দানতকৈ জ্ঞান দানেই শ্ৰেষ্ঠ দান। এনে জ্ঞান প্ৰদান কৰা শিক্ষকসকলেও নিজকে গুণী, জ্ঞানী, আদৰ্শনীয় ব্যক্তি হিচাপে প্ৰস্তুত কৰি ল'ব লাগিব।

আজিকালি সমাজত দেখা যায় যে উচ্চ শিক্ষিত হৈও শিক্ষাৰ মৰ্য্যাদা পাহৰি এজন ব্যক্তি ধন দৌলতেৰে ঐশ্বৰ্য্যশালী হৈ প্ৰতিষ্ঠিত হ'বলৈ চেষ্টা কৰে। মানুহ সমাজপ্ৰিয় আৰু সমাজৰ প্ৰতি যে কিছু দায়বদ্ধতা আছে এইটো পাহৰি যায়।

আমাৰ শিক্ষানুষ্ঠান সমূহৰ যোগেদি শিক্ষক শ্ৰেণীয়ে ছাত্ৰ-ছাত্ৰীসকলক সঠিক দিশত বাট বুলিবলৈ পথ প্ৰদৰ্শকৰূপে কাম কৰিব লাগিব। মোৰ সুদীৰ্ঘ ৩৬/৩৭ বছৰৰ শিক্ষকতাৰ অভিজ্ঞতাৰ ভিত্তিত দেখা পোৱা গৈছে ছাত্ৰ সমাজত বহুত পৰিবৰ্তন আহিছে। তেওঁলোকে বৰ্তমান সময়ত শিক্ষানুষ্ঠানলৈ যে জ্ঞান আৰু শিক্ষা আহৰণৰ উদ্দেশ্যই আহিছে এই কথা পাহৰি শিক্ষা আহৰণৰ আঁত হেৰুৱায় আৰু কেতিয়াবা আঁতিডাল চিঙি পেলায়। আকৌ তেওঁলোকৰ কৰ্তব্যৰ বিষয়ে সোঁৱৰাই আঁত উলিয়াই দিব লাগে নতুবা ছিগি যোৱা আঁতডাল জোৰা লগাই দিব লাগে। তেতিয়া ছাত্ৰ-ছাত্ৰীসকল সঠিক পথেৰে আগবাঢ়িবলৈ বাধ্য হয়। এই ক্ষেত্ৰত অভিভাৱক সকলৰ দায়িত্বও গুৰুত্বপূৰ্ণ। তেখেতসকলে নিজৰ পুত্ৰ-কন্যাক এজন সৎ চৰিত্ৰবান, উচ্চশিক্ষিত, প্ৰকৃত মানুহ কৰি গঢ়ি তোলাত শিক্ষকসকলৰ লগত সহযোগিতাৰ হাত আগবঢ়াব লাগিব। ছাত্ৰ-ছাত্ৰীসকলে শিক্ষকসকলৰ সান্নিধ্যত বা শিক্ষানুষ্ঠানত থকাৰ কালতকৈ অভিভাৱকৰ লগত বেছি সময় কটায়।

বৰ্তমান সময়ত বাণিজ্য শিক্ষাৰ গুৰুত্ব বাঢ়িছে। সেয়েহে আমাৰ মহাবিদ্যালয়ত ছাত্ৰ-ছাত্ৰীৰ নামভৰ্তিৰ সংখ্যা বৃদ্ধি হোৱাৰ লগতে গুণগত মানদণ্ডৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি হৈছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনত বাণিজ্য শিক্ষাৰ পাঠ্যক্ৰম ২০০৬-০৭ বৰ্ষৰ পৰা নতুন কৰা হৈছে। এই পাঠ্যক্ৰমৰ যোগেদি বাণিজ্য শাখাৰ ছাত্ৰ-ছাত্ৰীক একোজনকৈ স্নাতক হিচাপে গঢ়ি তুলিবলৈ হ'লে বিধিগত কিছুমান নিয়ম-শৃংখলা মানি চলিব লাগে। ছাত্ৰ-ছাত্ৰীসকলে উপযুক্ত শিক্ষা অৰ্জনৰ বাবে নিয়মীয়া উপস্থিতি একান্ত প্ৰয়োজনীয়। E-Commerce, Information Technology আদি আধুনিক পদ্ধতিৰ শিক্ষাৰ পাঠ্যক্ৰমেৰে শিক্ষিত হৈ ভৱিষ্যতৰ কৰ্মময় জীৱনত নিজকে খাপ খুৱাই ল'বৰ বাবে বাণিজ্য শিক্ষাৰ নতুন পাঠ্যক্ৰমখিনি ভালধৰণে আহৰণ কৰি ল'ব লাগিব।

নতুন পাঠ্যক্ৰমত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনত স্নাতক বাণিজ্য চূড়ান্ত পৰীক্ষাসমূহত স্নাতক প্ৰথম খণ্ড (B.Com Part-I), স্নাতক দ্বিতীয় খণ্ড (B.Com Part-II) আৰু স্নাতক তৃতীয় খণ্ড (B.Com Part-III) শতকৰা ৭০ (70% Marks) নম্বৰ পৰীক্ষাৰ প্ৰশ্নকাকতৰ উত্তৰ লিখি আৰু শতকৰা ৩০ নম্বৰ (30% Marks) কলেজৰ শ্ৰেণীৰ উপস্থিতি, কলেজৰ পৰীক্ষাসমূহত দেখুৱা পাৰদৰ্শিতা আৰু শ্ৰেণীসমূহত বিভিন্ন বিভাগে লোৱা পাঠদানৰ বিষয়সমূহৰ আলোচনা চক্ৰসমূহত অংশগ্ৰহণ কৰি দেখুৱা পাৰদৰ্শিতাৰ ওপৰত ভিত্তি কৰি বিষয় শিক্ষকসকলৰ যোগেদি নম্বৰ লাভ কৰি উত্তীৰ্ণ হ'বলৈ সক্ষম হ'ব লাগিব। সেয়েহে ছাত্ৰ-ছাত্ৰীসকলে পাঠদানৰ শ্ৰেণীসমূহত কমেও ৭৫ শতাংশ উপস্থিতি থাকিব লাগিব। এই দিশত ছাত্ৰ-

ছাত্ৰীসকলক বিশেষ মনোযোগ দিবলৈ পৰামৰ্শ দিয়া হ'ল।

ছাত্ৰ-ছাত্ৰীসকলৰ সুবিধাৰ্থে আমি কলেজ কৰ্তৃপক্ষয়ো যথাসাধ্যে নানান প্ৰচেষ্টা হাতত লৈছো। দুদিনীয়াকৈ ৰাষ্ট্ৰীয় পৰ্যায়ত আলোচনা চক্ৰ আয়োজন কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° কুলেন্দু পাঠক, গুৱাহাটীৰ আই, আই, টিৰ সঞ্চালক তথা আন্তৰ্জাতিক খ্যাতিসম্পন্ন বিজ্ঞানী ড° গৌতম বৰুৱা, গুৱাহাটীৰ আই, আই, ই ৰ মুখ্য অধ্যাপক, চি. ই. ডি, এম (Head CEDM) আৰু প্ৰবন্ধকাৰ সাহিত্যিক ড° সুনীল শইকীয়া আদি বিশিষ্ট গুণী, জ্ঞানী ব্যক্তিক আমন্ত্ৰণ জনাই তেখেতসকলৰ ভাষণেৰে "The role of I.T. in Commerce Education" ৰ ওপৰত ছাত্ৰ-ছাত্ৰীসকলক প্ৰায়োগীক শিক্ষাৰ জ্ঞান বঢ়াবলৈ চেষ্টা কৰা হয়।

বৰ্তমান সময়ৰ লগত নিজকে এজন শিক্ষিত উপযুক্ত নাগৰিক হিচাপে গঢ়ি তুলিবৰ বাবে লক্ষ্য আগত লৈ আমাৰ মহাবিদ্যালয়ত স্নাতক বাণিজ্য শিক্ষাৰ লগতে কেইবাটাও Add-on Course খোলা হৈছে। যেনে – Data Care Management, Travel & Toursim Management আৰু Business Communication এইতিনিটা বিষয়ৰ এটা বিষয়ত স্নাতক শ্ৰেণীৰ প্ৰথম বৰ্ষ, দ্বিতীয় বৰ্ষ, তৃতীয় বৰ্ষত থাকোতেই একেলগে কলেজত পঢ়ি একোখনকৈ ডিপ্লমা ল'ব পাৰে। ইয়াৰ ফলত ভবিষ্যত কৰ্ম-সংস্থাপনৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীসকলৰ বহুতো সুবিধা হয়, লগতে কিছু প্ৰয়োজনীয় অতিৰিক্ত দিশত ছাত্ৰ-ছাত্ৰীসকলৰ কিছু উৎসাহ দেখা পোৱা গৈছিল যদিও লাহে লাহে এই দিশত ছাত্ৰ-ছাত্ৰীসকলৰ অনীহা দেখা গৈছে। ভবিষ্যতে ছাত্ৰ-ছাত্ৰীসকলে এই দিশত মনোযোগ দিব বুলি আশা কৰা হৈছে।

শিক্ষাৰ মূল উদ্দেশ্য হৈছে প্ৰকৃত মানুহ গঢ়া। বৰ্তমান যুগত সমাজৰ লগত খাপ খুৱাকৈ সমাজৰ লগতে নিজৰো উন্নতি সাধন কৰিবলৈ সক্ষম হোৱা একোজন দেশৰ সু-নাগৰিক হিচাপে ছাত্ৰ-ছাত্ৰীসকলক গঢ় দিয়াটো প্ৰতিজন শিক্ষক-শিক্ষয়িত্ৰী আৰু প্ৰতিখন শিক্ষানুষ্ঠানৰ লক্ষ্য হোৱাটো প্ৰয়োজনীয়। প্ৰকৃত শিক্ষা আহৰণৰ যোগেদি ছাত্ৰ-ছাত্ৰীসকলে ভবিষ্যত জীৱনত পাপ-পূণ্য, নীতি-অনীতি, ধৰ্ম-অধৰ্ম বিচাৰ কৰি তেওঁলোকৰ কৰ্মময় জীৱনত শুদ্ধ পথ বিচাৰি উলিয়াই আগবাঢ়ি যাবলৈ সক্ষম হ'ব। এনে শিক্ষাৰ যোগেদি শিক্ষাৰ মূল্যবোধ (Value Education) উপলব্ধি কৰি ধন, সম্পত্তি আদি দ্ৰব্যজাত মূল্যবোধ, আচৰণ, আচাৰ, বিচাৰ আদি সামাজিক মূল্যবোধ, নৃত্য-গীত আদি সাংস্কৃতিক মূল্যবোধ, বিদ্যা, সত্য, অহিংসা আদি শৈক্ষিক মূল্যবোধ আৰু শ্ৰদ্ধা, সংযম, সমভাৱ আদি আধ্যাত্মিক মূল্যবোধ বিচাৰ কৰি মানৱতাবোধ উপলব্ধি কৰিব পাৰিব আৰু তাৰ যোগেদি সৎ চৰিত্ৰবান ব্যক্তি হিচাপে সমাজত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ব। সৎ চৰিত্ৰবান ব্যক্তি এখন সমাজ তথা দেশৰ বাবে অমূল্য সম্পদ। এনে অমূল্য সম্পদ বৃদ্ধি কৰিব পাৰিলেহে সমাজৰ তথা দেশৰ উন্নতি হ'ব। এনেধৰণৰ উন্নতি কামনা কৰি ছাত্ৰ-ছাত্ৰীসকলৰ ভবিষ্যত জীৱনৰ উন্নতি কামনা কৰিলো।

জীৱনটো হ'ল বাল্যকাল, যৌৱনকাল, বৃদ্ধকাল এনেধৰণৰ তিনিটা কালৰ সমষ্টি। সময়ৰ সৎ ব্যৱহাৰ কৰি সময়ৰ শৰ সময়ত মাৰিব পাৰিলে প্ৰকৃততে লাভবান হ'ব পাৰি। আশা কৰো ছাত্ৰ-ছাত্ৰীসকলে এই বিষয়ত মনোনিবেশ কৰিব।

"সাহসেৰে যুঁজ কৰা। জীৱনটো বৰ চুটি। এতেকে মহৎ কামৰ বাবে জীৱনটো উছৰ্গা কৰা।"

*— স্বামী বিবেকানন্দ*

# ব্যৱস্থাপন শিক্ষা আৰু উত্তৰ পূৰ্বাঞ্চলত ইয়াৰ প্ৰভাৱ

ড° চুজাউদ দৌল্লা
মুখ্যৰ্গ অধ্যাপক, অৰ্থনীতি বিভাগ।

ব্যৱস্থাপন শিক্ষা বুলিলে বুজিব লাগিব যে যি শিক্ষাই এক জনগোষ্ঠীৰ সমূহীয়া উদ্দেশ্য সাধনৰ বাবে নীতি নিৰ্দেশনা, নেতৃত্ব আৰু নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰিব পাৰে। সমাজ ব্যৱস্থাৰ প্ৰাথমিক গোটটো হৈছে ব্যক্তি। কিন্তু কোনো ব্যক্তিয়েই তেওঁৰ সকলোবোৰ আশা-আকাংক্ষা নিজে পূৰণ কৰিব নোৱাৰে। সেইবাবে তেওঁ প্ৰয়োজনৰ ক্ষেত্ৰত সকলোকে একগোট কৰি সংগঠিত কৰাৰ চেষ্টা কৰে যাতে তেওঁ অকলে কৰিব নোৱাৰা কামটো সংগঠিত ৰূপত কৰিব পাৰে। এইটোৱেই হৈছে ব্যৱস্থাপন শিক্ষাৰ অভিধানিক অৰ্থ। গতিকে ব্যৱস্থাপন শিক্ষা হৈছে উদ্দেশ্য নিৰ্দ্ধাৰিত উদ্দেশ্যত উপনীত হ'বলৈ মানৱ সম্পদ আৰু অন্যান্য সম্পদৰ ব্যৱহাৰেৰে পৰিকল্পনা কৰা, সংগঠন কৰা, কৰ্মচাৰীক কাম-কাজলৈ প্ৰবৃত্ত কৰা আৰু সেইবোৰ নিয়ন্ত্ৰণ কৰাৰ বিশেষ পদ্ধতি। মানৱ সভ্যতাৰ আৰম্ভণিৰ পৰাই ব্যৱস্থাপন শিক্ষাৰ অনুশীলন হোৱাৰ প্ৰমাণ পোৱা যায়। ব্যৱস্থাপন শিক্ষাক বহুতে আধুনিক কালৰ এক উন্নয়ন বুলি ক'ব খোজে যদিও প্ৰাচীন কালৰ চুমেৰীয় সভ্যতাত মন্দিৰ পৰিচালনা, পুৰণি ইজিপ্ত সভ্যতাৰ পিৰামিড নিৰ্মাণ আদিয়ে ব্যৱস্থাপনাৰ অনুশীলনৰ নিদৰ্শন দাঙি ধৰে। অৱশ্যে সেইকালত সীমিত উৎপাদনৰ লগত জড়িত উদ্যোগৰ গঠন পদ্ধতিৰ সৰলতাৰ বাবে ব্যৱসায় জগতত ব্যৱস্থাপন শিক্ষাৰ প্ৰত্যক্ষ অৱলম্বন সীমিত আছিল। কিন্তু ইংলণ্ডৰ শিল্প বিপ্লৱৰ সূচনাই উদ্যোগৰ গঠন পদ্ধতি জটিল কৰি তোলাত সেইবোৰ সমস্যাৰ সমাধান কল্পে ব্যৱস্থাপন নীতিৰ ব্যৱহাৰে গুৰুত্ব লাভ কৰে। উদ্যোগসমূহৰ সম্প্ৰসাৰণ সুবিধাৰ্থে উক্ত খণ্ডলৈ ব্যৱস্থাপন নীতিৰ ব্যৱহাৰ বৃদ্ধি পোৱা দেখা গৈছে। ব্যৱস্থাপন তত্ত্বৰ উদ্ভাৱকসকলে আধুনিক উদ্যোগ অথবা উৎপাদন পদ্ধতিৰ লগত সঙ্গতি ৰাখি নতুন নতুন নীতি উদ্ভাৱন কৰা ব্যৱস্থাপন শিক্ষাৰ গুৰুত্ব বৃদ্ধি পাইছে।

ভাৰতৰ বৰ্তমানৰ উদ্যোগীকৰণত ব্যক্তিগত মালিকানা, অংশীদাৰী, যৌথ কোম্পানী, সমবায় আৰু চৰকাৰী ব্যৱসায় প্ৰতিষ্ঠান আদিৰ মিশ্ৰিত ব্যৱসায় সংগঠনৰ পয়োভৰ দেখা যায়। দেশৰ ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডৰ বৃহৎ উদ্যোগ-প্ৰতিষ্ঠানবোৰত ব্যৱস্থাপনা সম্বন্ধীয় পৰিবৰ্তনলৈ লক্ষ্য কৰি সেইবোৰত ব্যৱস্থাপন বিজ্ঞানৰ এক বিপ্লৱৰ সূচনা হোৱা বুলি ক'ব পাৰি। গতিকে এই কথা উপলব্ধি কৰা যায় যে ভাৰতত উদ্যোগিক পৰিচালনাৰ উন্নয়নৰ দিশত সংশ্লিষ্ট সকলো দিশকে সামৰি এক বিপ্লৱৰ সূচনা হৈছে আৰু ব্যৱস্থাপন শিক্ষাই অগ্ৰগতি লাভৰ দিশত অগ্ৰসৰ হৈছে।

বৰ্তমান ব্যৱস্থাপনক এক বৃত্তি হিচাবে স্বীকৃতি প্ৰদান কৰা হয়। আমাৰ যুৱক-যুৱতীসকলে এই বৃত্তি গ্ৰহণ কৰি তেওঁলোকৰ উজ্জ্বল ভৱিষ্যৎ ৰচনা কৰিব পাৰে। দেশৰ উদ্যোগিক ব্যৱস্থাপনাৰ লগত জড়িত লোকৰ বাবে জ্ঞানৰ উপৰি অন্যান্য বহুতো জ্ঞান লাভ কৰিবলৈ ব্যৱস্থাপন শিক্ষাৰ প্ৰসাৰণ ঘটে। আমাৰ দেশত প্ৰথমে সৰ্বভাৰতীয় কাৰিকৰী শিক্ষা পৰিষদ (AICTE) নামৰ সংস্থাটোৱে ১৯৪৯ চনত ভাৰতৰ শিক্ষানুষ্ঠান বিশেষত উদ্যোগিক আৰু ব্যৱস্থাপন অধ্যয়নক এক বিষয় হিচাপে প্ৰৱৰ্তন কৰাৰ পৰিকল্পনা গ্ৰহণ কৰে। এই সময়তে স্বাধীন ভাৰতৰ দেশীয় উদ্যোগ নীতি ঘোষণা আৰু পঞ্চবাৰ্ষিক পৰিকল্পনা গ্ৰহণ কৰাৰ বাবে দেশত ব্যৱসায়ৰ নতুন দিশৰ উন্মোচন কৰে। ইয়াৰ লগে লগে পঞ্চাশৰ দশকৰ মাজ ভাগৰ পৰা ব্যৱস্থাপন কাৰ্য্যৰ জনপ্ৰিয়তা বৃদ্ধি পোৱাত উপযুক্ত শিক্ষণ সুবিধাৰে ব্যৱস্থাপন সম্বন্ধীয় দক্ষতা উন্নত কৰাৰ পৰিবেশ গঢ়ি উঠে। দেশৰ উদ্যোগ প্ৰতিষ্ঠান সমূহৰ হাজাৰ হাজাৰ ব্যৱস্থাপকক বছৰি প্ৰশিক্ষণৰ সুবিধা আগবঢ়াবলৈ হায়দৰাবাদত ভাৰতীয় প্ৰশাসনিক স্ট্যাফ কলেজ (ASCI) গঠন কৰা হয় আৰু ইয়াৰ পিছতে আহমেদাবাদ, কলিকতা আৰু বাঙ্গালোৰত একোখনকৈ ৰাষ্ট্ৰীয় ব্যৱস্থাপন প্ৰতিষ্ঠান (IIM) গঢ়ি তোলা হয়।

বৰ্তমান দেশৰ বহু সংখ্যক বিশ্ববিদ্যালয়ত, প্ৰাক-স্নাতক,

স্নাতক আৰু স্নাতকোত্তৰ পৰ্য্যায়ৰ লগতে অন্যান্য শিক্ষানুষ্ঠানৰ ব্যৱস্থাপনৰ পাঠ্যক্ৰম আৰু বিষয়ত শিক্ষাদানৰ ব্যৱস্থা কৰা হৈছে। সেইদৰে ব্যৱস্থাপনৰ প্ৰশিক্ষণ আগবঢ়োৱা ব্যৱস্থাপন প্ৰতিষ্ঠান, বিশ্ববিদ্যালয় আৰু অন্যান্য প্ৰতিষ্ঠানসমূহে শিক্ষিত যুৱক-যুৱতীলৈ প্ৰাক-নিয়োগ কালিন প্ৰশিক্ষণৰ সুবিধা আগবঢ়াবলৈ লৈছে। এই ক্ষেত্ৰত ৰাজ্যিক উদ্যোগ বিভাগে মাজে সময়ে প্ৰদান কৰা Enterprenurship Training Programme ৰ যোগেদিও বহুতো স্ব-নিয়োজিত যুৱক-যুৱতী উপক-ত হোৱাৰ কথাও উল্লেখ কৰিব পাৰি। কৰ্তব্যৰত ব্যৱস্থাপকসকললৈ প্ৰশিক্ষণৰ সুবিধা আগবঢ়োৱাৰ ক্ষেত্ৰতো অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰ গুৰুত্বপূৰ্ণ ভূমিকা প্ৰত্যক্ষ কৰা হৈছে। এনেবোৰ অনুষ্ঠান প্ৰতিষ্ঠানৰ উপৰিও নতুন দিল্লীৰ সৰ্বভাৰতীয় পৰিচালনা সংস্থা AIMA ৰ অধীনস্থ কিছুসংখ্যক স্থানীয় ব্যৱস্থাপন সংস্থায়ো দেশৰ বিভিন্ন অঞ্চলত ব্যৱস্থাপন সম্পৰ্কীয় শিক্ষাৰ উন্নয়নলৈ বৰঙণি আগবঢ়াইছে। এই ক্ষেত্ৰত গুৱাহাটীত অৱস্থিত North Eastern Regional Institute of Management আৰু তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ Business Management বিভাগ আৰু অৰুণাচল প্ৰদেশত অৱস্থিত NERIST ৰ অধিনৰ ব্যৱস্থাপন শিক্ষা ব্যৱস্থাৰ যোগেদি উত্তৰ পূৰ্বাঞ্চলৰ যুৱক-যুৱতীসকলৰ উজ্জ্বল ভৱিষ্যতৰ ঈংগিত বহন কৰিছে। তাৰোপৰি আলোচনা চক্ৰ, বক্তৃতা আৰু ব্যৱস্থাপন শিক্ষাৰ উন্নয়নৰ অন্যান্য কাৰ্য্যক্ৰমৰ জৰিয়তে বিশ্ববিদ্যালয়, স্বতন্ত্ৰ অনুষ্ঠান কিছুমানৰ লগতে এই সংস্থাবোৰে ব্যৱস্থাপনৰ কাৰ্যক্ৰমৰ প্ৰচেষ্টা চলাই আহিছে। বৰ্তমান যুগত ই-কমাৰ্চ বা ইলেক্ট্ৰনিক মাধ্যমৰ দ্বাৰা বাণিজ্যিক ব্যৱস্থাপন ব্যৱস্থাত প্ৰসাৰ ঘটিছে। এই ব্যৱস্থাক ব্যৱস্থাপন শিক্ষাৰ ক্ষেত্ৰত নৱতম সংযোজন আৰু ইয়াৰ প্ৰয়োগৰ দ্বাৰা অতি কম সময়ৰ ভিতৰত দক্ষ ভাৱে ব্যৱসায় পৰিচালনা সম্ভৱ হৈ উঠিছে। আজিৰ গোলকীকৰণৰ যুগত ব্যৱস্থাপন শিক্ষাৰ গুৰুত্ব সেইবাবে অতি দ্ৰুত ভাৱে বৃদ্ধি পাব ধৰিছে। মুঠতে ব্যৱস্থাপন শিক্ষাৰ জৰিয়তে ব্যৱস্থাপক সকলৰ জ্ঞান আৰু কাৰ্যকাৰীতা বৃদ্ধিৰ যি ব্যৱস্থা কৰা হয় আৰু তেওঁলোকৰ অভিজ্ঞতাক পূৰ্ণৰূপত ব্যৱহাৰ কৰি কাৰ্য্য উৎপাদন কৰাৰ লগতে এক সুস্থ কাৰিকৰী পৰিবেশ গঢ়ি তুলিব পৰা যায়। সেই বাবে, ব্যৱস্থাপন শিক্ষাক ERGONOMICS আখ্যা দিয়া হয়। আমেৰিকা যুক্তৰাষ্ট্ৰ, চুইডেন, জাপান, কানাডা, গ্ৰেটবৃটেইন, ফ্ৰান্স, জাৰ্মানী, ইটালী আদি উন্নত দেশসমূহত বৰ্তমান ব্যৱস্থাপন শিক্ষাৰ অবিহনে পূৰ্ণ উৎপদন তথা নিয়োগ সম্ভৱ নহয় বুলি ধাৰণা কৰা হয়। ইয়াৰ পৰাই প্ৰতিয়মান হয় ব্যৱস্থাপন শিক্ষাৰ গুৰুত্ব কিমান বেছি।

উত্তৰ-পূৰ্বাঞ্চলত ব্যৱস্থাপন শিক্ষাৰ প্ৰসাৰ ঃ-

বৰ্তমান বিশ্বায়নৰ যুগত সকলো খণ্ডতে প্ৰতিযোগিতাৰ পৰিসৰ বৃদ্ধি হৈছে। বিশেষকৈ কৰ্ম্মসংস্থাপনৰ বজাৰখনত আৰু দিনক দিনে কামৰ প্ৰকৃতিও জটিল হৈ পৰিছে। বৰ্তমান যুগত বহুৰাষ্ট্ৰীয় কোম্পানী সমূহত কেৱলমাত্ৰ স্নাতক নাইবা স্নাতকোত্তৰ বাণিজ্যৰ ডিগ্ৰী ধাৰীও চাকৰি লাভ কৰাটো সম্ভৱপৰ নহয়। গতিকে বিশ্বত বৰ্তমান CA নাইবা ICWAI নাইবা ব্যৱস্থাপন শিক্ষাৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী নাইবা অন্যান্য বিষয় সমূহৰ চাহিদা বৃদ্ধি পাইছে। এই বিষয়সমূহৰ ভিতৰত MBA অৰ্থাৎ ব্যৱস্থাপন শিক্ষাৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰীৰ প্ৰয়োজন অতি মাত্ৰাত বৃদ্ধি পাইছে। কম সময়ৰ ভিতৰতে এনে ডিগ্ৰীধাৰী ব্যক্তিসকলে অতি উচ্চমানৰ দা-দৰমহা আৰু অন্যান্য সুবিধা সমূহ লাভ কৰিবলৈ সক্ষম হৈছে। কিন্তু উত্তৰ-পূৰ্বাঞ্চলত যোৱা শতিকাৰ শেষলৈকে এনে শিক্ষাৰ প্ৰসাৰ ঘটা নাছিল। যাৰ ফলত এনে শিক্ষা লাভৰ বাবে অঞ্চলটোৰ বাহিৰলৈ যাব লগা হৈছিল।

বৰ্তমান এই ব্যৱস্থাপন শিক্ষা প্ৰসাৰ উত্তৰ পূৰ্বাঞ্চলত যথেষ্ট পৰিমাণে বৃদ্ধি হৈছে। অসমত এনে শিক্ষাৰ বাবে গুৱাহাটীত অসম ব্যৱস্থাপন শিক্ষা অনুষ্ঠান আৰু ভাৰতীয় সংগঠকৰ সংস্থান অৰ্থাৎ IIE আদিয়ে এই ক্ষেত্ৰত ডিপ্লমা শিক্ষা দিয়াৰ ব্যৱস্থা কৰি আহিছে। বৰ্তমান মেঘালয়ৰ শ্বিলঙত এটি ৰাজীৱ গান্ধী ভাৰতীয় ব্যৱস্থাপন শিক্ষাৰ প্ৰতিষ্ঠান এই বছৰৰ পৰা আৰম্ভ হৈছে।

এনে প্ৰতিষ্ঠানৰ উপৰিও গুৱাহাটীত আৰু উত্তৰ পূৰ্বাঞ্চলত ভালে সংখ্যক এনে উল্লেখযোগ্য প্ৰতিষ্ঠান গঢ়ি উঠিছে। সেই সমূহৰ ভিতৰত ICFAI, চিকিম মণিপাল বিশ্ববিদ্যালয়, ডাৰউইন বাণিজ্য স্কুল, AIBM ইত্যাদি সমূহে স্নাতকোত্তৰ ব্যৱস্থাপন শিক্ষাৰ বাবে উত্তৰ পূৰ্বাঞ্চলত বিশেষ প্ৰভাৱ পেলাইছে। ইয়াৰ ভিতৰতে ICFAI নামৰ অনুষ্ঠানটোৱে এই ক্ষেত্ৰত আন্তঃৰাষ্ট্ৰীয় চক্ৰজাল গঢ়ি তুলিবলৈ সক্ষম হৈছে আৰু ইয়াৰ সদৰ কাৰ্য্যালয় আছে হাইদৰাবাদত। যিখনে বৰ্তমান সমগ্ৰ বিশ্বতে এনে শিক্ষাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লবলৈ সক্ষম হৈছে।

এনে প্ৰতিষ্ঠান সমূহে বৰ্তমান ছাত্ৰ-ছাত্ৰীসকলক MBA আচনিৰ যোগেদি প্ৰয়োজনীয় দক্ষতা, জ্ঞান আৰু বৰ্তমান বিশ্বত প্ৰয়োজন হোৱা বাণিজ্যৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লবলৈ সক্ষম হৈছে আৰু দলবদ্ধ কাম কাজৰ বাবে পৰিবেশ গঢ়ি তুলিছে। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত আৰু সময়ৰ গতিত দেশখনৰ অৰ্থনীতিয়ে মানুহৰ মনত এক পৰিবৰ্তন আনিবলৈ সক্ষম হৈছে। সেইবাবে বৰ্তমান যুগৰ লগত খাপ খোৱাকৈ বাণিজ্য শিক্ষা তথা অৰ্থবিজ্ঞান আৰু লগতে অংকশাস্ত্ৰৰ প্ৰয়োজনীয়তা বাঢ়ি গৈছে। এনে বিষয় সমূহে বৰ্তমান ব্যৱস্থাপন শিক্ষাৰ ক্ষেত্ৰত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিবলৈ বিশেষ অবিহণা যোগায়। ১৯৬৯ চনত স্থাপিত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে বাণিজ্য শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত এই অঞ্চলত বিশেষ প্ৰভাৱ পেলাইছে।

****

# গ্ৰন্থাগাৰ ঃ শিক্ষাৰ ক্ষেত্ৰত ইয়াৰ প্ৰাসঙ্গিকতা

ৰাণুমণি চাংকাকতি
গ্ৰন্থাগাৰিকা

এখন দেশ বা এটা জাতিৰ অতীত, বৰ্তমান ভাব-অনুভূতি সাহিত্য-সংস্কৃতি আদি সুপৰিকল্পিত আৰু সু-শৃংখলাবদ্ধ ভাৱে পুঞ্জীভূত কৰি ৰাখিছে এটা সুন্দৰ গ্ৰন্থাগাৰ বা পুথিভঁৰালে। মানুহৰ ভাব-অনুভূতিৰ আদান প্ৰদানৰ উৎকৃষ্ট মাধ্যম হ'ল গ্ৰন্থাগাৰ। গ্ৰন্থাগাৰ হ'ল এনে এটা অনুষ্ঠান য'ৰ দ্বাৰা আমি অলপো কষ্ট নকৰাকৈ এটা জাতিৰ বুৰঞ্জী অধ্যয়ন কৰিব পাৰো।

গ্ৰন্থাগাৰ বা পুথিভঁৰালৰ বিষয়ে জানিবলৈ হ'লে বহু আগলৈ উভতি যাব লাগিব। ছপাশাল আবিস্কাৰ হোৱাৰ আগতে আমাৰ দেশত এবিধ বিশেষ পুথিভঁৰাল আছিল। এইবিধ পুভিঁৰাল নিৰক্ষৰ লোকসকলৰ বাবে অপৰিহাৰ্য্য আছিল। সেইসময়ত পুথি-পাঁজিসমূহ লিখা হৈছিল সাঁচিপাত, তালপাত বা ভূজপত্ৰত। এই পুথি- পাঁজিবোৰ প্ৰধানকৈ ৰখা হৈছিল মঠ-মন্দিৰ, গীৰ্জা, নামঘৰ, বৌদ্ধবিহাৰ নতুবা কোনো ধৰ্মীয় পণ্ডিতৰ অধীনত। সেইসময়ত লিখিব পঢ়িব জনা লোকৰ সংখ্যা নগণ্য হোৱাত একোজন ধৰ্মীয় পণ্ডিতে সামাজিক শিক্ষাৰ কাৰণে এই পুথিসমূহ নিৰক্ষৰ লোকসকলক পঢ়ি শুনাই ধৰ্ম আৰু নীতিৰ জ্ঞান দিবলৈ চেষ্টা কৰিছিল, সম্ভৱত এই উদ্দেশ্যেৰে শংকৰী যুগত এক পাঠক শ্ৰেণীৰ জন্ম হৈছিল। ইয়াকে আধুনিক পুথিভঁৰালৰ প্ৰাচীন সংস্কৰণ বুলিব পাৰি। পিছৰ যুগত তুলাপাত আৰু ছপাশাল আবিস্কাৰৰ লগে লগে মানুহে হাতে লিখা কিতাপ-পত্ৰ প্ৰণয়ন কৰাত বহু কষ্টৰ লাঘৱ হ'ল। একে সময়তে মানুহে ছপাশালৰ পৰা বহুতো কিতাপ উলিওৱাব পৰা হ'ল। কিন্তু ছপাশালে কিতাপ উলিয়ালেও সেইবোৰ কিনি পঢ়িব পৰা মানুহৰ সংখ্যা আছিল তেনেই নগণ্য। ইয়াৰ বিকল্প হিচাবে মানুহে কিতাপসমূহ ৰাজহুৱা ভাৱে এঠাইত জমা কৰি ৰাখি সলনা-সলনিকৈ পঢ়াৰ ব্যৱস্থা কৰিলে। সম্ভৱত ইয়াৰ পৰাই পুথিভঁৰাল বা গ্ৰন্থাগাৰৰ জন্ম হ'ল বুলি ধাৰণা কৰা হ'ল।

শিক্ষাৰ পৰিধি বহল হৈ অহাৰ লগে লগে গ্ৰন্থাগাৰৰ ধাৰণাৰ সলনি হ'বলৈ ধৰিলে। পূৰ্বৰ দৰে পুথিসমূহ একে ঠাইতে জমা কৰি ৰখাৰ সলনি সেইবোৰ প্ৰনালীবদ্ধ আৰু সু-শৃঙ্খলা ভাবে ৰখাৰ কথা চিন্তা কৰা হ'ল। যাতে পাঠকসকলে পঢ়িব বিচৰা সকলো বিষয় কম সময়তে পাব পাৰে। তাৰ বাবে কিতাপসমূহ বৰ্গীকৰণ (Classification) আৰু চানেকীকৰণ (Cataloguing) ৰ ব্যৱস্থা কৰা হ'ল। ভাৰতৰ গ্ৰন্থাগাৰ বিজ্ঞানৰ পিতৃস্বৰূপ ড° এচ. আৰ. ৰঙ্গনাথনে এই ক্ষেত্ৰত Colon Classification ৰ আবিস্কাৰ কৰি গ্ৰন্থসমূহ সেইমতে বৰ্গীকৰণৰ ব্যৱস্থা কৰে। ইয়াৰ পিছতে ১৮৭৩ চনত মেলভিল ডিৱে দশমিক পদ্ধতিত কিতাপসমূহ বৰ্গীকৰণৰ বাবে Dewey Decimal Classification ৰ আবিস্কাৰ কৰে। এইদৰে লাহে লাহে কিতাপসমূহৰ বৈজ্ঞানিক পদ্ধতিৰে সজোৱা হ'ল। যাৰ ফলত পঢ়ুৱৈসকলে অতি সহজতে গ্ৰন্থাগাৰত এখন কিতাপ বিচাৰি উলিয়াব পৰা হ'ল।

তথ্যৰ দ্ৰুত বিস্ফোৰণৰ ফলত কম্পিউটাৰৰ সহায়ত ছাত্ৰ-ছাত্ৰী, শিক্ষাবিদ, বৈজ্ঞানিক, গবেষণাকাৰী আদি সকলোৱে সকলো প্ৰয়োজনীয় তথ্য অতি সহজতে কম সময়তে বিচাৰি পাবলৈ সক্ষম হ'ল। আধুনিক প্ৰযুক্তি বিজ্ঞানৰ সহায়ত গ্ৰন্থাগাৰসমূহত তথ্য সংযোজন, তথ্য প্ৰেৰণ, তথ্য সংৰক্ষণৰ ব্যৱস্থা কৰা হ'ল। পঢ়ুৱৈ সকলে Internate, E-mail আদিৰ সহায়ত সকলো খবৰ ঘৰতে বহি সংগ্ৰহ কৰিব পৰা হ'ল।

শিক্ষাৰ ক্ষেত্ৰত গ্ৰন্থাগাৰৰ ভূমিকা নিবিড়। গ্ৰন্থাগাৰ অবিহনে এখন শিক্ষানুষ্ঠান গঢ়ি উঠিব নোৱাৰে। শিক্ষানুষ্ঠান আৰু গ্ৰন্থাগাৰ পৰস্পৰ পৰিপূৰক। পঢ়ুসৈকলে হ'ল ইয়াৰ অবিচ্ছেদ্য অংগ। গ্ৰন্থাগাৰে প্ৰতিজন পঢ়ুৱৈক গ্ৰন্থাগাৰৰ বিষয়ে পৰিচয় কৰাই দিব লাগিব। লগতে তেওঁলোকে যাতে কম সময়তে গ্ৰন্থসমূহ অধ্যয়ন কৰিব পাৰে তাৰ বিষয়ে গ্ৰন্থাগৰে উপযুক্ত সুবিধা প্ৰদান কৰিব লাগিব। এই ক্ষেত্ৰত Dr. S.R. Ranganathan এ পাঁচটা সূত্ৰ উদ্ভাৱন কৰিছে। সেই কেইটা হ'ল,

1. Books are for use
2. Every Reader his book
3. Every book its Reader
4. Save the time of the Reader
5. Library is a growing organism

ৰঙ্গনাথৰ এই পাঁচোটা সূত্ৰ অনুসৰি বৰ্তমানৰ গ্ৰন্থাগাৰ সমূহ গঢ় লৈ উঠিছে। তেওঁৰ মতে গ্ৰন্থাগাৰৰ কিতাপসমূহ কেৱল সংৰক্ষণ

আৰু প্ৰদৰ্শনৰ বাবে নহয়। সেইবোৰৰ যথোচিত ব্যৱহাৰ হ'ব লাগিব। গ্ৰন্থসমূহ প্ৰত্যেকজন পঢ়ুৱৈৰ বাবে। পাঠক সকলৰ সময়ৰ প্ৰতিও গ্ৰন্থাগাৰে লক্ষ্য ৰাখিব লাগিব। গ্ৰন্থাগাৰ সমূহ হ'ল এটা বৃদ্ধি পাই অহা অনুষ্ঠান। গতিকে বৰ্তমানৰ কথা চিন্তা নকৰি আহিবলগিয়া দিনবোৰৰ কথা ভাবিহে গ্ৰন্থাগাৰৰ পৰিকল্পনা কৰিব লাগে। পুথিভঁৰালত প্ৰতিবছৰে সংগৃহীত হৈ থকা সম্পদসমূহে ইয়াৰ পৰিসৰ বৃদ্ধি কৰি আহিছে। গ্ৰন্থাগাৰৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ মনোযোগ আকৰ্ষণ কৰিবৰ বাবে গ্ৰন্থাগাৰে গ্ৰন্থসূচী প্ৰণয়ন কৰি ছাত্ৰ-ছাত্ৰীক অৱগত কৰিব লাগিব। লগতে গ্ৰন্থ নিৰ্বাচনৰ (Book Selection) ক্ষেত্ৰত অতি সাৱধানতা অৱলম্বন কৰিব লাগিব। গ্ৰন্থাগাৰত নিয়মীয়া পাঠ্যক্ৰমৰ উপৰিও অভিধান গ্ৰন্থকোষ, প্ৰসঙ্গ পুথি আদি পৰ্য্যাপ্ত পৰিমানৰ থাকিব লাগিব।

বৰ্তমান চৰকাৰে গ্ৰন্থাগাৰসমূহৰ উন্নতিৰ বাবে বিভিন্ন আঁচনি গ্ৰহণ কৰিছে। শিক্ষানুষ্ঠানত নিয়মীয়া পাঠ্যক্ৰমৰ উপৰিও বিভিন্ন ধৰণৰ বৃত্তিমূলক পাঠ্যক্ৰমৰ প্ৰৱৰ্তন কৰিছে। তাৰবাবে 'বিশ্ববিদ্যালয় অনুদান আয়োগ' আৰু অসম চৰকাৰেও গ্ৰন্থাগাৰ সমূহলৈ বুজন পৰিমানৰ আৰ্থিক অনুদান আগবঢ়াইছে। এই ক্ষেত্ৰত গ্ৰন্থাগাৰ সমূহ সুকীয়াকৈ পৰিচালনা কৰাৰ বিষয়েও চিন্তা-চৰ্চা কৰা হৈছে। গ্ৰন্থাগাৰৰ বাবে নিয়োজিত পুঁজি কেৱল গ্ৰন্থাগাৰতে প্ৰয়োগ কৰাৰ ক্ষেত্ৰত পৰামৰ্শ আগবঢ়াইছে। কিয়নো পুঁজিৰ অভাৱৰ বাবে বহুতো গ্ৰন্থাগাৰে ছাত্ৰ-ছাত্ৰীসকলক উপযুক্ত আহিলা পাতি আৰু তথ্যৰ যোগান ধৰিব পৰা নাই। সেইবোৰ সমস্যা দূৰ কৰিবৰ বাবে গ্ৰন্থাগাৰসমূহৰ মাজত Resource Sharing Network ৰ দ্বাৰা আন্তঃগ্ৰন্থাগাৰ ঋণ ব্যৱস্থা (Inter Library Loan) গ্ৰন্থৰ বাছনি, তালিকা প্ৰস্তুতকৰণৰ ব্যৱস্থা কৰিব লাগে। যাতে সকলো গ্ৰন্থপ্ৰেমীয়ে কম খৰছ আৰু কম সময়তে সকলো সুবিধা লাভ কৰিব পাৰে। ছাত্ৰ-ছাত্ৰীৰ সুবিধাৰ্থে সকলো গ্ৰন্থাগাৰতে 'বুক বেঙ্ক'ৰ ব্যৱস্থা থাকিব লাগে, যাতে মেধাবী আৰু আৰ্থিক ভাৱে অনগ্ৰসৰ ছাত্ৰ-ছাত্ৰীয়ে এই ব্যৱস্থাৰ দ্বাৰা লাভৱান হ'ব পাৰে। তথ্যৰ ক্ষেত্ৰত হোৱা আমূল পৰিৱৰ্তনৰ বাবে প্ৰয়োজন সাপেক্ষে গ্ৰন্থাগাৰিকা সকলক DRTC, INSDOC আদিত উপযুক্ত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগে। শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি গ্ৰন্থ ক্ৰয়ৰ পৰিমান বৃদ্ধি কৰিব লাগে। গ্ৰন্থাগাৰত পাঠ্যপুথিৰ উপৰিও জাৰ্ণেল, আলোচনী, বাতৰি কাকত আদিৰ সংখ্যা বৃদ্ধি কৰিব লাগে। গ্ৰন্থাগাৰত এটা সুস্থ বাতাবৰণৰ সৃষ্টিৰ বাবে গ্ৰন্থাগাৰৰ কৰ্মচাৰীৰ লগতে ছাত্ৰ-ছাত্ৰীসকলেও সহযোগ আগবঢ়াব লাগে। তেতিয়াহে প্ৰকৃতাৰ্থত এটা গ্ৰন্থাগাৰ সৰ্বাঙ্গসুন্দৰ হৈ উঠিব।

শেষত ৰঙ্গনাথনৰ ভাষাৰেই ক'ব পাৰি যে- A Library is a public institution or establishment charge with the carc of a collection of Bodies, the duty of making them accessible to those who require the use of them and the task of converting every person in its neighbourhood into a habitual liabrary goes and reader of books. Thus a library is regarded as a public institution which is also expected to convert the potential readers into actual readers.

****

# সমাজৰ দৃষ্টিত নাৰী

**প্ৰিয়াংক্ষী ফুকন**
বি.চি.এ. প্ৰথম বৰ্ষ

ঈশ্বৰৰ মহত্তম সৃষ্টিয়েই নাৰী। নাৰী হৈছে মহীয়সী, ৰহস্যময় শক্তিৰ আধাৰ, যি শক্তি বিভিন্ন ৰূপে যুগে যুগে বন্দিত আৰু পুঁজিত হৈ আহিছে। নাৰীক অৰ্ধ আকাশ বুলি আখ্যা দিয়া হয়। কিন্তু দুখৰ বিষয় যে পুৰুষ প্ৰধান সমাজত নানা কৌশলেৰে বঞ্চিত কৰি নাৰীয়ে আকাশ ঢুকি পোৱাকৈ প্ৰকৃতাৰ্থত শিক্ষিত হোৱাকৈ শিক্ষাৰ অভাৱ। আজিৰ সমাজত প্ৰায়ে দেখা যায় যে ছোৱালীক শিক্ষা দিয়া হয় এজন ভাল পাত্ৰক গতাবলৈহে, সমাজৰ অজ্ঞান আন্ধাৰ দূৰ কৰিবলৈ নহয়। তেওঁলোকৰ কৰ্ত্তব্য হৈছে ঘৰৰ চাৰিবেৰৰ ভিতৰত। পুৰুষসকলে ভাৱে নাৰী এক পৰজীৱি লতা, পুৰুষৰূপী বৃক্ষ নহ'লে এই পৰজীৱি লতাডালে মেৰুদণ্ড পোন কৰি থিয় হ'ব নোৱাৰে।

সামাজিক প্ৰবাদ মতে লাও যিমানেই ডাঙৰ নহওক সদায় পাতৰ তলতহে থাকে। নাৰী যিমানেই গুণসম্পন্ন নহওক সদায় পুৰুষৰ তলতহে। তাৰোপৰি লাও এটা ভোগ্যৰ বস্তু ঠিক সেইদৰে আজি ভোগবাদী সমাজে নাৰীকো ভোগৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰি আহিছে। কোনো পুৰুষে নাৰীক ধৰ্ষণ কৰিলে, নাৰী গৰাকীক ধৰ্ষিতা বুলি গণ্য কৰা হয়, কিন্তু পুৰুসসকলক সমাজত তেনে কোনো নাম নাই। কাৰণ তেওঁৰ শৰীৰত যে পিতৃত্বৰ কোনো চিন নাই। সকলোৱে তেওঁক জানিলেও তেওঁ স্বাধীনভাৱে সমাজত ঘূৰি ফুৰিব পাৰে, কিন্তু সেই ধৰ্ষিতা গৰাকী সমাজত লজ্জিত, লাঞ্চিত আৰু সকলোৰে ঘৃণাৰ পাত্ৰ হয়। অথচ, সেই গৰাকী নাৰীয়ে যে সৃষ্টিৰ আধাৰ তাক উপলব্ধি নকৰে। সৃষ্টিৰ অৰ্থ গভীৰ। সমাজৰ অপৰিহাৰ্য্য একো একোজন গুণী, জ্ঞানী, সন্ত-মহন্ত আগমনৰ বাবে নাৰীৰ অক্লান্ত পৰিশ্ৰম আছে, হৈ কথা অনুধাৱন কৰিবলৈ যত্ন নকৰে।

আজিৰ যুগত নাৰী পুৰুষৰ সম অধিকাৰ বুলি সকলোৱে জানে আৰু কয় তথাপিও বেছি সংখ্যক দম্পতীয়ে পুত্ৰ সন্তানহে কামনা কৰে। ফলস্বৰূপে একবিংশ শতিকাতো কন্যাৰ ভ্ৰূণৰ হত্যা হৈ আছে। কিন্তু পুৰুষসকলে নাভাৱে যে সেই হত্যাকৰা ভ্ৰূণটোৱে জীৱন দান পালে একো একোগৰাকী মহীয়সী নাৰীৰূপে সমাজত চিনাকী দিবলৈ সক্ষম হ'লহেতেন। কাৰণ নাৰীৰ অবিহনে সৃষ্টিৰ অসাৰ।

এগৰাকী নাৰী বিবাহ পাশত আবদ্ধ হ'লে তেওঁ সমাজৰ ৰীতি অনুসৰি সেন্দুৰ পিন্ধিব লাগে, লগতে সাজ-পাৰবো পৰিৱৰ্তন কৰিব লগা হয়। কিন্তু বিবাহতো নাৰী-পুৰুষ উভয়ৰে হয়, তথাপি পুৰুষৰ উক্ত ক্ষেত্ৰত কোনো পৰিৱৰ্তন দেখা নাযায়। আনহাতে নাৰীগৰাকী বিধৱা হ'লে বগা সাজ পৰিধান কৰা, খাদ্যাভাস সলনি কৰা, কিন্তু পুৰুষ বিপত্নীক হ'লে তেওঁৰ কোনো পৰিৱৰ্তন নাহে। পুৰুষ বিবাহিত; অবিবাহিত, বিপত্নীক যিয়েই নহওক লাগে তেওঁক দেখা মাত্ৰেই কোনেও ক'ব নোৱাৰে। কাৰণ তেনে ৰীতি আমাৰ সমাজত নাই যিহেতু ৰীতি-নীতি স্ৰষ্টা জন পুৰুষ। বহু পতিয়ে তেখেতৰ পত্নীৰ যোগ্যতা থকা স্বত্বেও চাকৰি কৰিবলৈ নিদিয়ে, তেওঁলোকৰ যুক্তিমতে দুয়োজন মানুহ চাকৰি বা সমাজমুখী কৰ্মত লিপ্ত হ'লে তেওঁলোকৰ সন্তানসকল বিপথে পৰিচালিত হ'ব পাৰে "প্ৰপাৰ গাইডেন্স"ৰ অভাৱত। তেওঁলোকে নাভাৱে যে সন্তান যিহেতু মাক-দেউতাক উভয়ৰে, গতিকে সিহঁতক লালন-পালন কৰা দায়িত্ব দুয়োৰে। কেৱল মাতৃগৰাকীলৈহে এই দায়িত্ব ঠেলি দিব নালাগে। স্বামীসেৱা কৰা নাৰীৰ পৰম ধৰ্ম। 'স্বামীক' যথাযোগ্য সেৱা কৰা নাৰীক পতিব্ৰতা আখ্যা দিয়া হয়। কিন্তু পত্নীসেৱকক পুণ্যব্ৰত হিচাপে গণ্য কৰা নহয়। বৰং অৱজ্ঞা দৃষ্টিৰে চোৱা হয়। এটা জাতিৰ উত্তৰণৰ নেপথ্যত যে আছে একো গৰাকী নাৰী, সেইসকল ব্যক্তিয়ে ভাবি নাচায়। দেশৰ নাগৰিক সকলক সৎ সাহসী, আত্ম-নিৰ্ভৰশীল, ধৰ্ম-নিষ্ঠা, নৈতিক বলেৰে বলৱান কৰি সৎ আৰু মহৎ মনোবৃত্তি গঢ় দিয়াত নাৰীৰ ভূমিকা অপৰিসীম, সেই কথা উপলব্ধি নকৰে।

নাৰীসকলে নাৰী মুক্তিৰ বাবে, নাৰী স্বাধীনতাৰ বাবে প্ৰথমে সমাজৰ কু-সংস্কাৰবিলাক আঁতৰাব লাগিব। আইনৰ দৃষ্টিত যিহেতু সকলো সমান, সেয়ে নাৰীৰ বাবে ব্যৱহৃত প্ৰতিটো কথাৰে পুলিংগ ৰূপ থাকিব লগে। পুৰুষকলে নাৰীক নিস্বাৰ্থেৰে ভাল পাবলৈ শিকক কাৰণ নাৰীও মানুহ, নাৰীও তেওঁৰ সমানে আকাশ জয় কৰিব পৰা ক্ষমতা আছে। সেইসকল পুৰুষ, যিসকলে অবাঞ্চিত, কলুষিত স্পৰ্শই কোনো নাৰীক মানসিক ৰূপে পংগু কৰি তোলে, তেওঁলোকৰ হৃদয়ত সদায় ভাতৃত্বতাবোধৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰক। চৰিত্ৰ যদি নাৰীৰ বাবে মূল্যৱান বস্তু তেন্তে পুৰুসকলো চৰিত্ৰৱান হওক। কিন্তু এই ক্ষেত্ৰত নাৰীয়েই অগ্ৰণী ভূমিকা গ্ৰহণ কৰিব লাগিব। নাৰীৰ সজাগতা আৰু সচেতনতা ঘূৰাই আনিব লাগিব। ইয়াৰ নিৰাময়ৰ অৰ্থে অন্যান্য সাধনাৰ লগতে নৈতিক গুণ আৰু আধ্যাত্ম সাধনা হ'ব লাগিব নাৰীসকলৰ অমোঘ অস্ত্ৰ। এই অস্ত্ৰৰে আমি কৰিব লাগিব বিপ্লৱ। সেই বিপ্লৱে আমি বৰ্তমান নিজৰ অস্তিত্ব বিপন্ন কৰিব খোজা সমাজখনক সজাই তুলিব লাগিব, যাতে কোনো সীতাই অগ্নিত প্ৰৱেশ কৰিব লগা নহয়।

❖❖❖

# বিজ্ঞাপন, মানুহৰ মন আৰু জীৱন ধাৰা

পম্পী দত্ত কলিতা
স্নাতক প্ৰথম বাৰ্ষিক

**'বিজ্ঞাপন'** এই শব্দটোৰ লগত বৰ্তমান সকলো লোক পৰিচিত। বৰ্তমানৰ যুগটোক বিজ্ঞাপনৰ যুগ বুলি অভিহিত কৰা হয়। পৃথিৱীৰ প্ৰথম বিজ্ঞাপনটো আজিৰ পৰা তিনি হাজাৰ বছৰৰ আগতেই প্ৰকাশ হৈছিল বুলি জনা গৈছে। মিচৰৰ এজন ৰজাৰ সমাধিত প্ৰত্নতাত্ত্বিক সকলে এই বিজ্ঞাপনৰ সন্ধান পাইছে। কিন্তু ছপাশাল আবিস্কাৰ হোৱাৰ পাছত প্ৰথমটো বিজ্ঞাপন প্ৰকাশ হৈছিল ইংৰাজী ভাষাত ১৪৭৭ চনত। কেক্ৰটন নামৰ এজন ব্যক্তিয়ে তেওঁৰ পান্থাশালত থকা এবিধ সুৰাৰ জাননীৰে এই বিজ্ঞাপন দিছিল। আধুনিক বিশ্বত ইয়াকে প্ৰথম বিজ্ঞাপন আখ্যা দিয়া হয়। তেতিয়াৰ পৰাই আৰম্ভ কৰি বৰ্তমানলৈকে বিজ্ঞাপনৰ গতি অপ্ৰতিৰোধ্য হৈ পৰিছে। পুৱাৰ চাহৰ টেবুলত বহি বাতৰি কাকত খন মেলি লোৱাৰ পৰা আৰম্ভ কৰি ৰাতি টি.ভি. বন্ধ কৰি শুবলৈ যোৱালৈকে মানুহক প্ৰলোব্ধ কৰিবলৈ বিজ্ঞাপনে নানা প্ৰচেষ্টা চলায়। বিজ্ঞাপনে নিয়ন্ত্ৰণ কৰিছে মানুহৰ জীৱন যাত্ৰাক। এতিয়া ই দৈনন্দিন জীৱনৰে অবিচ্ছেদ্য অংগ। এতিয়া মানুহৰ জীৱনৰ গতি ছন্দায়িত হয় বিজ্ঞাপনৰ তালে তালে। প্ৰতিমুহূৰ্ত্ততেই বিজ্ঞাপনে মানুহক অধিকতৰ সুখী, সমস্যা বিহীন জীৱন যাপন কৰিবলৈ প্ৰয়োজনীয় সুবিধা দিয়াৰ কথা ঘোষণা কৰে। এতিয়া মানুহে ভাল বেয়া বিচাৰ কৰে বিজ্ঞাপনৰ যোগেদি। মুঠৰ ওপৰত বিজ্ঞাপন নহলেই নচলে।

এতিয়া চৌপাশে বজাৰ কেন্দ্ৰিক মুক্ত অৰ্থনীতি। প্ৰতিদিনে ভোগ্য পণ্যই বজাৰত আত্মপ্ৰকাশ কৰিছে। প্ৰতিক্ষেত্ৰত মানুহে প্ৰতিযোগিতাৰ সন্মুখীন হ'ব লগা হৈছে। এতিয়া সমস্যা হৈছে কোনে কাক আক্ৰমণ কৰিব। বজাৰত নিজৰ বস্তু প্ৰতিধৰণৰ বাবে সকলো বস্তুৰ প্ৰস্তুত কাৰকে নিজৰ বস্তুৰ গুণানুকীৰ্ত্তন কৰে। উদাহৰণ স্বৰূপে গা-ধোৱা চাবোনৰ কথাকে ক'ব পাৰি। বজাৰত নানা ধৰণৰ গা-ধোৱা চাবোন আছে। গ্ৰাহকে কোনটো বিচাৰিব ? কেনেকৈ জানিব কোনটো ভাল ? এই ক্ষেত্ৰত বিজ্ঞাপনে সামান্য প্ৰয়োজনটোৰ সুবিধা লৈ মানুহক প্ৰতাৰণা কৰে আৰু নিজৰ ভূমিকা পালন কৰে। যি কোম্পানীৰ বিজ্ঞাপনে গ্ৰাহকক মুগ্ধ কৰিব সেই কোম্পানীৰ চাবোনৰ নাম গ্ৰাহকৰ মগজুত সোমাব। ইয়াতেই সুবিধা আদায় কৰি লয় বিখ্যাত মডেলসকলে, ফিল্মষ্টাৰসকলে অথবা ক্ৰিকেটাৰসকলে কোটি কোটি টকাৰ বিনিময়ত চুক্তিবদ্ধ হয়। দোকানীয়ে যেতিয়া গ্ৰাহকক প্ৰশ্ন কৰিব কি চাবোন দিম ? তেতিয়া অজানিতে গ্ৰাহকৰ মুখৰ পৰা ওলাই আহিব 'লাক্স' অথবা 'লিৰিল' বা আন কিবা, কিয়নো এইবোৰ ব্যৱহাৰ কৰে উৰ্মিনা বা কৰিশ্মাইঁতে। কিন্তু প্ৰকৃততে তেওঁলোকে এইবোৰ ব্যৱহাৰ কৰে নে?

বিপনন কৰা প্ৰতিটো বস্তুৰ প্ৰচাৰ আৰু ব্যৱহাৰ নিয়ন্ত্ৰণ কৰে বিজ্ঞাপনে। সুকৌশলে মানুহৰ মগজুত কোনো পণ্য বস্তুৰ গুণাৱলী অতিৰঞ্জিত কৰি সুমুৱাই দিয়া হয়। বহুক্ষেত্ৰত গ্ৰাহকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ বিজ্ঞাপনবোৰ এনেদৰে সজোৱা হয় যাৰ লগত বিজ্ঞাপিত সামগ্ৰীৰ কোনো সম্পৰ্ক নাই। যেনে মটৰ গাড়ীৰ টায়াৰ, চেভিং ক্ৰীম আদিৰ দৰে বস্তুবোৰৰ লগত নাৰীৰ কি সম্পৰ্ক আছে তাক অনুধাৱন কৰাটো নিতান্তই কঠিন। তথাপিও দেখা যায় এনে বিজ্ঞাপনবোৰত কোনো স্বল্প বসনা নাৰীৰ নয়নাভিৰাম দৃশ্য। চেম্পুৰ লগত খেলৰ কোনো সম্পৰ্ক নাই, কিন্তু চুলিৰ উজ্জ্বলতাৰ প্ৰকোপত খেলুৱৈৰ চকুত জলক তবক অৱস্থাৰ সৃষ্টি হয়।

এতিয়া বজাৰত নানা ৰকমৰ ঠাণ্ডা পানী, নেমু চৰবৎ বা আন গুণ সম্পন্ন ঘৰুৱা ব্যৱহাৰবোৰক। আজি পাঁচ-ছয়বছৰীয়া শিশুটোৱেও ঠাণ্ডা পানীয়ৰ বটল লৈ বিজ্ঞাপনৰ তালে তালে গাব পাৰে শ্বাহৰুখ বা শচীনৰ দৰে 'য়ে দিল মাংগে ম'ৰ', 'জো চাহে হো

যায়ে'। এনেদৰে বিজ্ঞাপন মানুহৰ মগজুত সোমাই যোৱাৰ লগে লগে মানুহে বিজ্ঞাপিত বস্তুবোৰ গুণ সম্পন্ন বুলি ধৰি লয়। আধুনিক প্ৰজন্মই চেম্পু চৰবৎ নাখায় বা খাব নিবিচোৰে। খায় ৰাস্না, গাখীৰ নাখায়, খায় হৰলিক্স, বৰ্ণভিটা বা কমপ্লান। ভাত খোৱাৰ পাছত হজম হ'বৰ বাবে এটুকুৰা নেমুৰ সলনি ব্যৱহাৰ কৰে মুখৰোচক, অত্যন্ত ক্ষতিকাৰক হজমি বড়ি 'হজমোলা'।

বিজ্ঞাপন ব্যৱসায়ীক কোৱা হয় 'ড্ৰিম মাৰ্কেট'। তেওঁলোকে সপোন বিক্ৰী কৰে। বিজ্ঞাপনে এনে এখন জগত সৃষ্টি কৰি চকুৰ আগত দাঙি ধৰে যাক বাস্তৱত পোৱা নাযায়। মানুহে সাধাৰণতে গ্লানিময় বাস্তৱ জগতৰ পৰিৱৰ্তে এক কাল্পনিক সুখী জগত সৃষ্টি কৰি চকুৰ আগত দাঙি ধৰে, যাক বাস্তৱত পোৱা নাযায়। মানুহে সাধাৰণতে গ্লানিময় বাস্তৱ জগতৰ পৰিৱৰ্তে এক কাল্পনিক সুখী আনন্দময় জীৱনৰ সপোন দেখি ভাল পায়। বিজ্ঞাপনে মানুহক এনে এখন জগতৰ সন্ধান দিয়ে যিখন চাই মানুহ সহজে মুগ্ধ হয়। প্ৰায়বোৰ বিজ্ঞাপনৰ লগতে এটা শ্লগানধৰ্মী বাক্য থাকে। বিজ্ঞাপন চাই শীতল পানীয়ৰ বটল লৈ পেপচি, কোকাকোলাৰ বিজ্ঞাপনৰ তালে তালে সকলোৱে গায় 'য়ে দিল মাংগে ম'ৰ' আৰু সমাজ জীৱনৰ সৰ্বত্ৰতে আওঁবায় এনেবোৰ বাক্য। নতুন প্ৰজন্মৰ যুৱক-যুৱতীৰ মাজত যেন এইবোৰ বিজ্ঞাপনৰ শ্লগানৰ নহয়, যেন এক জাতীয় সংস্কৃতিৰ সমাজ জীৱনৰ আহে আহে বৈ যোৱা এক আদৰ্শ গত বাণী। বিজ্ঞাপনৰ সম্পৰ্কে অসমৰ এজন আগশাৰীৰ সাহিত্যিক সমালোচকে কৈছে যে "আজিৰ বেছিভাগ ল'ৰা ছোৱালীয়ে জীৱনৰ মূল্যবোধ আৰু আদৰ্শ আহৰণ কৰে টি.ভি. চিৰিয়েল আৰু বিজ্ঞাপনবোৰৰ পৰা। কি থাকে সেই বিজ্ঞাপনত? অন্তহীন ভোগৰ নিয়ন্ত্ৰণ, নিত্য নৱ কৃত্ৰিম প্ৰয়োজন সৃষ্টি, শেৰ মাটিৰ লগত আৰু বাস্তৱতাৰ লগত সম্পৰ্কহীন এক চূড়ান্ত, ভোগবাদী, ফাইভষ্টাৰ কালচাৰৰ মোহনীয় ইন্দ্ৰজাল"।

বিভিন্ন দেশৰ লগতে আমাৰ দেশলৈও একবিংশ শতিকাৰ নতুন ঢৌ তথ্য-প্ৰযুক্তিৰ বিস্ফোৰণ, নতুন প্ৰজন্মৰ ইণ্টাৰনেট আৰু ডব্লিউ ডব্লিউ ডট কম। বিজ্ঞাপন আৰু প্ৰযুক্তিবিদ্যাৰ শেহতীয়া বিকাশত থুনুকা হৈ পৰিছে মানুহৰ মৃন্ময় ঠিকনা। মুষ্টিমেয় মধ্যবিত্তক উচ্চতৰ মধ্যবিত্তলৈ উন্নীত কৰিবলৈ ব্যৱহাৰ্য্য সামগ্ৰীবোৰৰ উৎপাদন দেশত হৰ হৰকৈ বাঢ়িছে। বিদেশী বহুজাতিক কোম্পানীবোৰৰ তীব্ৰ গতিত আগমণ ঘটিছে। বস্তুবোৰৰ প্ৰতি মধ্যবিত্তক, উচ্চবিত্তক সততে মোহাবিষ্ট কৰি ৰাখিবলৈ বিজ্ঞাপন সংস্থাবোৰে ব্যপক প্ৰচেষ্টা চলাইছে। সমগ্ৰ সমাজ ব্যৱস্থাই ভোগবাদী হৈ ৰিছে য'ত বিজ্ঞাপনে প্ৰচুৰ অৰিহণা যোগাইছে।

****

"শিক্ষা হ'ল উপযুক্ত সময়ত সুখ দুখ অনুভৱ কৰিব পৰা ক্ষমতা ই ছাত্ৰৰ দেহ আৰু আত্মাৰ সকলো সৌন্দৰ্য্য বিকাশ কৰে।"

— প্লেটো

"বিখ্যাত হোৱাতকৈ বিশ্বাসী হ'ব পৰাটোহে শ্ৰেষ্ঠ।"

— (টি ৰ'জভেল্ট)

# তথ্য জনাৰ অধিকাৰ আইন, ২০০৫

বিকাশ দে
অধিবক্তা, শিৱসাগৰ

ভাৰতীয় সংবিধানে ভাৰতবৰ্ষত গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিছে। সংবিধানক গণতন্ত্ৰত তথ্যবিজ্ঞ নাগৰিক থাকিব লাগে আৰু তথ্যৰ ক্ষেত্ৰতো স্বচ্ছতা থাকিব লাগে। যিটো ইয়াৰ কাম-কাজ সূচাৰুৰূপে চলিবৰ কাৰণে আৰু দুৰ্নীতি ৰোধ কৰিবৰ বাবে জৰুৰী আৰু চৰকাৰ লগতে ইয়াৰ বিভাগবোৰক নাগৰিকৰ ওচৰত জবাবদিহি কৰাটো একান্তই প্ৰয়োজন। সেয়ে বৰ্তমান সময়ত তথ্য লাভ কৰিবলৈ বিচৰা নাগৰিক সকলক নিৰ্দিষ্ট তথ্য যোগান ধৰাটো অত্যন্ত জৰুৰী হৈ পৰিছে। উক্ত লক্ষ্য আগত ৰাখিয়েই ২০০৫ বৰ্ষৰ ১২ অক্টোবৰ তাৰিখৰ পৰা সমগ্ৰ ভাৰতবৰ্ষত (জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ বাহিৰে) "তথ্য জনাৰ অধিকাৰ আইন ২০০৫" বলবৎ কৰা হয়।

## "তথ্য" মানে কি ?

"তথ্য জনাৰ অধিকাৰ আইন ২০০৫"ৰ দফা ২ (চ)ত তথ্য মানে কি উল্লেখ কৰিছে। এই দফা মতে "তথ্য" মানে হল— নথিপত্ৰ, দলিল, স্মাৰক, ই-মেইল, জনমত, পৰামৰ্শ, প্ৰেছ বিজ্ঞপ্তি, জাননী, নিৰ্দেশ, লগবুক, চুক্তি, প্ৰতিবেদন, কাকত-পত্ৰ, নমুনা, যিকোনো ইলেক্ট্ৰনিক ৰূপত পোৱা তথ্য আৰু বৰ্তমানে প্ৰচলিত যিকোনো আইনৰ অধীনত লোক প্ৰাধিকাৰীয়ে সহজে লাভ কৰিব পৰা যিকোনো বে-চৰকাৰী নিকায় সম্পৰ্কীয় তথ্যকে ধৰি যিকোনো ৰূপত থকা যিকোনো তথ্য।

## "তথ্য জনাৰ অধিকাৰ" কি ?

উক্ত আইনৰ দফা ২ (ঞ) মতে "তথ্য জনাৰ অধিকাৰ"ৰ অৰ্থ হ'ল এই আইনৰ অধীনত থকা তথ্য সহজে জনাৰ অধিকাৰ। যি তথ্যৰ অধিকাৰী যিকোনো লোক কৰ্তৃপক্ষ বা যি তথ্য লোক কৰ্তৃপক্ষৰ নিয়ন্ত্ৰণৰ অধীন, আৰু এনে অধিকাৰ সমূহ হৈছে—

১। কাম-কাজ, দলিল, নথিপত্ৰ পৰীক্ষা কৰাৰ।

২। দলিল বা নথি-পত্ৰৰ টোকা, উদ্ধৃতি বা প্ৰমাণিত নকল গ্ৰহণ কৰাৰ।

৩। সামগ্ৰীৰ প্ৰমাণিত নমুনা গ্ৰহণ কৰাৰ।

৪। ডিচ্ কোটিজ, ফ্লপিজ, টেপচ্, ভিডিঅ' কেছেট বা আন যিকোনো ইলেক্ট্ৰনিক আহিলাত থকা তথ্য বা কম্পিউটাৰ বা আন যিকোনো মাধ্যমত মজুত কৰি থোৱা তথ্য প্ৰিণ্ট আউটৰ জৰিয়তে লাভ কৰাৰ।

আইনখনৰ ৮ নং দফাৰ অধীনত কেতবোৰ বিশেষ শ্ৰেণীভুক্ত তথ্যক প্ৰকাশ কৰাৰ পৰা ৰেহাই দিয়া হৈছে। উদাহৰণ স্বৰূপে যিবোৰ শ্ৰেণীৰ তথ্যই দেশখনৰ নিৰাপত্তা বিঘ্নিত কৰিব পাৰে। যুদ্ধৰ ৰণকৌশল সম্পৰ্কীয় তথ্য, দেশখনৰ বিজ্ঞান সম্পৰ্কীয় তথ্য বা অৰ্থনৈতিক স্বাৰ্থ জড়িত তথ্য, অপৰাধ উদঘাটন বা তদন্ত সম্পৰ্কীয় তথ্য আৰু কেবিনেটৰ কাগজ পত্ৰৰ তথ্য। তাৰোপৰি আন কেতবোৰ হ'ল- বাণিজ্য বা বাণিজ্যিক গোপনীয়তাৰ তথ্য, যিবোৰ প্ৰকাশে সংসদ বা ৰাজ্যিক বিধান সভা সমূহৰ বিশেষাধিকাৰ ভংগ কৰিব পাৰে আৰু কেতবোৰ ব্যক্তিগত তথ্য, যিবোৰৰ ৰাজহুৱা কাৰ্য্যকলাপৰ লগত কোনো সম্পৰ্ক নাই আৰু যিবোৰ তথ্যই কোনো ব্যক্তিৰ ব্যক্তিগত সত্তাক অবাঞ্চিত আক্ৰমণ কৰে। অৱশ্যে এই ৰেহাই সদায় প্ৰযোজ্য নহ'বও পাৰে আৰু জনস্বাৰ্থৰ খাতিৰত তথ্যৰ নামাঞ্জুৰকৰণৰ লগত তথ্য প্ৰকাশৰ ভাৰসাম্যতাও ৰক্ষা কৰিব লাগিব। প্ৰকাশ কৰিব লগা তথ্যৰ দ্বাৰা লোক কৰ্তৃপক্ষৰ কিবা ক্ষতি হ'লেও তথ্য প্ৰকাশ কৰিব পাৰি যদিহে লোক কৰ্তৃপক্ষই সন্মুখীন হোৱা ক্ষতিৰ বিপৰীতে ৰাইজে তথ্য জনাৰ উপকাৰিতা অধিক গুৰুত্বপূৰ্ণ হয়।

এই আইনৰ অধীনত নাগৰিক সকলে বিচৰা তথ্যৰ যোগান ধৰিবৰ কাৰণে ৰাজহুৱা প্ৰতিষ্ঠান সমূহে তেওঁলোকৰ সকলো প্ৰশাসনীয় গোট বা কাৰ্য্যালয়ত নিজৰ নিজৰ বিষয়া সকলক ৰাজহুৱা তথ্য বিষয়া হিচাপে নামকৰণ কৰিব। এই ৰাজহুৱা তথ্য বিষয়া সকলে নিম্নলিখিত ধৰণে তেওঁলোকৰ কাৰ্য্য সম্পাদন কৰিব—

(ক) তথ্য বিচাৰি অনুৰোধ কৰা লোক সকলৰ সৈতে ৰাজহুৱা তথ্য বিষয়াই কাৰ্য্য সম্পাদন কৰিব আৰু যি ক্ষেত্ৰত লিখিত ভাৱে অনুৰোধ পোৱা নাযাব সেই ক্ষেত্ৰত তেনে লোকৰ পৰা লিখিত অনুৰোধ পোৱাৰ বাবে প্ৰয়োজনীয় সাহাৰ্য্য আগবঢ়াব।

(খ) কোনো তথ্য বিচাৰি কৰা আবেদনত থকা বিষয়টো যদি আন ৰাজহুৱা প্ৰতিষ্ঠানৰ হয় বা অন্য বিভাগৰ অধীনৰ হয় তেনেহ'লে ৰাজহুৱা তথ্য বিষয়া গৰাকীয়ে পাঁচ দিনৰ ভিতৰত সেই

আবেদনখন সংশ্লিষ্ট বিভাগলৈ পঠিয়াই দিব আৰু আবেদনকাৰীজনক সঠিকভাৱে বুজাই দিব।

(গ) নিজৰ কাম কাজ সুচাৰুৰূপে সম্পন্ন কৰাৰ বাবে ৰাজহুৱা তথ্য বিষয়া গৰাকীয়ে আন বিষয়াৰ সহায় ল'ব পাৰিব।

(ঘ) যি ক্ষেত্ৰত তথ্য বিচৰাৰ অনুৰোধ নাকচ কৰা হয় তেনেক্ষেত্ৰত বিষয়া গৰাকীয়ে তলত উল্লেখিত বিষয় সমূহ অনুৰোধ কাৰীক জনাব-

১। নাকচ কৰাৰ কাৰণ,

২। এনে নাকচ কৰণৰ বিৰুদ্ধে আবদন জনোৱাৰ সময়সীমা,

৩। আবেদন জনাব পৰা কৰ্তৃপক্ষৰ বিষয়ে।

(ঙ) ৰাজহুৱা তথ্য বিষয়া গৰাকীক যি ধৰণে তথ্য বিচৰা হৈছে তেনে ধৰণেহে তথ্য দিব লাগিব।

(চ) নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত যদি ৰাজহুৱা তথ্য বিষয়া গৰাকীয়ে তথ্য দিবলৈ অসমৰ্থ হয় তেন্তে তেওঁ তথ্য দিবলৈ অস্বীকাৰ কৰা বুলি ধৰা হ'ব।

"তথ্য জনাৰ অধিকাৰ আইন ২০০৫"ৰ ৬ নং দফাত কেনেধৰণে তথ্য বিচাৰি আবেদন কৰা হ'ব তাৰ বিষয়ে উল্লেখ কৰিছে। এই দফা মতে—

১। কেনেধৰণৰ তথ্য বিচৰা হৈছে তাৰ সবিশেষ উল্লেখ কৰি ইংৰাজী, হিন্দী বা অঞ্চলটো চৰকাৰী ভাষাত লিখিত ভাবে বা আন ইলেক্ট্ৰনিক সাধনৰ যোগেদি ৰাজহুৱা তথ্য বিষয়াক আবেদন জনাব লাগিব।

২। কি কাৰণত তথ্য বিচৰা হৈছে তাৰ কাৰণ উল্লেখ কৰাৰ প্ৰয়োজন নাই।

৩। নিৰ্দ্ধাৰিত মাচুল জমা দিব লাগিব, কিন্তু দৰিদ্ৰ সীমাৰেখাৰ তলত বসবাস কৰা সকলক মাচুলৰ ক্ষেত্ৰত ৰেহাই দিয়া হ'ব।

"তথ্য জনাৰ অধিকাৰ আইন ২০০৫"ত এই আইনখনৰ অধীনত পৰা বিভাগবোৰক তথ্যৰ যোগান ধৰিবৰ বাবে এটা নিৰ্দিষ্ট সময়সীমা বান্ধি দিছে। এই নিৰ্দ্ধাৰিত সময়সীমা এনে ধৰণৰ—

১। আবেদন কৰাৰ তাৰিখৰ পৰা ৩০ দিনৰ ভিতৰত,

২। ব্যক্তিৰ জীৱন আৰু সম্পত্তিৰ প্ৰশ্ন জড়িত হ'লে ৪৮ ঘণ্টাৰ ভিতৰত,

৩। সহকাৰী ৰাজহুৱা তথ্য বিষয়াৰ ওচৰত আবেদন জনালে ওপৰোক্ত সময়সীমাৰ লগত আন ৫ দিন যোগ দিব লাগিব।

৪। যদিহে কোনো তৃতীয় পক্ষৰ স্বাৰ্থ জড়িত হৈ থাকে তেনেহ'লে ৪০ দিন।

৫। নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত তথ্য প্ৰদান কৰিব নোৱাৰিলে তাক প্ৰত্যাখান কৰা বুজাব।

কোনো তথ্যৰ কাৰণে কৰা আবেদন অগ্ৰাহ্য কৰিলে আইনখনে এক দুখলগীয়া আপীল মঞ্চৰ ব্যৱস্থাও ৰাখিছে। প্ৰথম আপীল লোক তথ্য বিষয়াৰ ওপৰৰ জ্যেষ্ঠ বিভাগীয় বিষয়ালৈ। দ্বিতীয় আপীল আয়োগলৈ। নিৰ্দ্ধাৰিত ৩০ দিন সময়সীমা পাৰ হোৱাৰ পিছত বা সিদ্ধান্ত পোৱাৰ পিছত ৰাজহুৱা প্ৰতিষ্ঠানটোৰ ৰাজহুৱা তথ্য বিষয়া গৰাকীৰ ওপৰ পৰ্য্যায়ৰ বিষয়াৰ ওচৰত আপীল কৰিব পাৰিব, এই আপীল প্ৰথম আপীল হিচাপে গণ্য কৰা হয়। প্ৰথম আপীল কতৃপক্ষই সিদ্ধান্ত দিয়া বা সিদ্ধান্ত স্থিৰৰ সম্ভাৱনা থকাৰ ৯০ দিনৰ ভিতৰত আৱশ্যক অনুযায়ী কেন্দ্ৰীয় তথ্য আয়োগ বা ৰাজ্যিক তথ্য আয়োগত দ্বিতীয় আপীল কৰিব পাৰিব।

জনসাধাৰণৰ স্বাৰ্থ সুৰক্ষিত কৰিবৰ কাৰণে এই আইনখনে কৰ্তব্যত গাফিলতি কৰিলে ৰাজহুৱা তথ্য বিষয়াকো জৰিমনাৰ ব্যৱস্থা কৰিছে। প্ৰতি গৰাকী ৰাজহুৱা তথ্য বিষয়াক প্ৰতিদিনে ২৫০ টকাকৈ সৰ্বাধিক ২৫ হাজাৰ টকালৈকে জৰিমনা বিহা হ'ব, যদিহে—

১। কোনো আবেদন গ্ৰহণ নকৰে,

২। যুক্তসংগত কাৰণ নোহোৱাকৈ তথ্য প্ৰকাশত পলম কৰে,

৩। অহেতুক ভাবে তথ্য দিবলৈ অস্বীকাৰ কৰে,

৪। সম্পূৰ্ণ জ্ঞাতসাৰে অসম্পূৰ্ণ, অশুদ্ধ আৰু ভুল পথে পৰিচালনা কৰিব পৰা তথ্য দিয়ে,

৫। বিচৰা তথ্য যদি নষ্ট কৰি পেলায়,

৬। তথ্য প্ৰদানৰ ক্ষেত্ৰত কোনো প্ৰকাৰৰ বাধাৰ সৃষ্টি কৰে।

"তথ্য জনাৰ অধিকাৰ আইন ২০০৫"ৰ দফা ২০ মতে কেন্দ্ৰ আৰু ৰাজ্যত থকা তথ্য আয়োগৰ এই জৰিমনা বিহাৰ ক্ষমতা আছে। এনে বিষয়াৰ বিৰুদ্ধে আইন ভংগৰ অপৰাধত বিধিগত ব্যৱস্থা হৰৰ বাবে অনুমোদন জনাব পাৰে।

ইতিমধ্যে উল্লেখ কৰা হৈছে যে ভাৰতবৰ্ষ এখন সাংবিধানিক প্ৰজাতন্ত্ৰ দেশ। ইয়াত প্ৰত্যেকজন নাগৰিকক কিছুমান বিশেষ অধিকাৰ দিয়া হৈছে। তথ্য জনাৰ অধিকাৰো প্ৰত্যেকজন ব্যক্তিৰে গণতান্ত্ৰিক অধিকাৰ। গতিকে প্ৰত্যেকজন ভাৰতীয় নাগৰিকৰ সামাজিক দায়বদ্ধতা আৰু সজাগতাইহে এখন স্বচ্ছ, নিকা আৰু সফল সমাজ গঢ়াত সহায় কৰিব।

# যুৱ প্ৰজন্মৰ আদৰ্শ ব্যক্তি ড০ ভবেন্দ্ৰ নাথ শইকীয়া

ইউচুফ আলী
উঃ মাঃ প্ৰথম বৰ্ষ

জীৱন মানে সংগ্ৰাম। এই সংগ্ৰামত বীৰদৰ্পে যুঁজি জয়ী হ'ব পৰাটোৱেই জীৱনৰ সাৰ্থকতা। এই সাৰ্থকতাৰ আদৰ্শ বিৰাজমান। বসুন্ধৰাৰ বুকুলৈ অনেক লোকৰে আগমন ঘটে। কিন্তু সকলোৱে নিজৰ কৰ্মৰাজিৰ জৰিয়তে নিজৰ নাম যুগ-যুগান্তৰলৈ ইতিহাসত লিপিবদ্ধ কৰিব পৰা নাই। সমাজৰ যি কোনো এজন লোকেই যেতিয়া জীৱনলৈ অহা সকলো প্ৰত্যাহ্বান, শংকা অথবা দুখ-দুৰ্দশা জয় কৰি জীৱনৰ বিয়লি বেলাত উপস্থিত হয়, তেতিয়া তেনে এজন লোকক স্বাভাৱিকতেই সফল বুলি কব পাৰি। মোৰ ক্ষেত্ৰত আদৰ্শ ব্যক্তি হৈছে সেইজন ব্যক্তি যি গৰাকী বৰেণ্য ব্যক্তিয়ে "সংগ্ৰাম আৰু দৰিদ্ৰতাৰ সহযোগী হবলৈ পোৱাটো মোৰ সৰু কালটোৰ বাবে পৰম সৌভাগ্যৰ কথা" বুলি সগৌৰৱে ক'ব পাৰি কম সংখ্যক ৰচনৰাজিৰ জৰিয়তে জীৱনৰ সফলতাৰ শীৰ্ষচূড়া আৰোহণ কৰিলে; সেইজনেই হ'ল অসমী আইৰ সু-সন্তান, অসমীয়া সাহিত্য-সংস্কৃতিৰ অন্যতম সাধক পৰম পূজনীয় ড০ ভবেন্দ্ৰনাথ শইকীয়াদেৱ। তেখেতৰ জীৱন সাধনা; আত্মোৎসৰ্গ হ'ব পাৰে সকলোৰে বাবে এক মহান আদৰ্শ।

ড০ ভবেন্দ্ৰনাথ দেৱৰ জন্ম হয় ১৯৩২ চনৰ ২০ ফেব্ৰুৱৰী তাৰিখে নগাওঁ জিলাৰ ফৌজাদাৰী পট্টিত। তেওঁৰ পিতৃ আছিল বিদূৰ চন্দ্ৰ শইকীয়া আৰু মাতৃ আছিল চন্দ্ৰবালা শইকীয়া।

১৯৪৮ চনত ড০ শইকীয়া নগাওঁ জিলাৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা তিনিটা বিষয়ত লেটাৰসহ মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৫৫-৫৮ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম.এছ. ছি. লাভ কৰে। ১৯৫৭ চনত শিৱসাগৰ (জয়সাগৰ) কলেজত পদাৰ্থ বিজ্ঞানৰ প্ৰৱক্তা হিচাপে চৰকাৰ কৰ্মজীৱন আৰম্ভ কৰে। ড০ শইকীয়াছাৰে ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰৱক্তা আৰু অধ্যাপকৰূপে যোগদান কৰে। ১৯৫৮ চনৰ শেষৰ ফালে তেওঁ ইংলেণ্ডলৈ গৱেষণাৰ বাবে যায় আৰু তাত ১৯৬১ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা "The structure aggregation and melting of metal and other films candensed from vapour" এই গৱেষণাৰ বাবে তেওঁ ডক্টৰেট ডিগ্ৰী লাভ কৰে।

ড০ ভবেন্দ্ৰনাথ শইকীয়াদেৱৰ অসমীয়া সাহিত্য জগতৰ এক সু-প্ৰতিষ্ঠিত নাম। এক ব্যতিক্ৰমী আৰু বৰ্ণাঢ্য জীৱনৰ অধিকাৰী শইকীয়াদেৱে য'তে খোজ পেলাইছিল ত'তেই ফুটি উঠিছিল অভিনয়ত্ব, সাহিত্য-সংস্কৃতি সকলোতে। বিদ্যালয়ত পঢ়ি থকা সময়ত দুই-তিনিটামান পদ্য পদ্য লগা কবিতা আৰু "পথ নিৰূপণ" গল্পৰে সাহিত্যিক জীৱন আৰম্ভ কৰি এগৰাকী প্ৰসিদ্ধ গল্পকাৰ হিচাপে ড০ ভবেন্দ্ৰনাথ শইকীয়াদেৱে ছাত্ৰ অৱস্থা পৰাই উপন্যাস ৰচনাত হাত দিয়ে। ১৯৫২ চনত নগাওঁ পুথিঘৰ হৈছে প্ৰকাশ কৰা ডিটেক্টিভ উপন্যাস "আতঙ্কৰ শেষত" তেওঁৰ উপন্যাসিক জীৱনৰ প্ৰথম কৃতী। ইয়াৰ বাহিৰেও তেওঁৰ আন দুখন উপন্যাস হ'ল "অন্তৰীপ" আৰু "ৰম্যভূমি"। শইকীয়াদেৱৰ আৰু উপন্যাস লিখা হ'ল নে নাই নাজানো, কিন্তু এই তিনিখন উপন্যাসৰ বাবেই তেওঁ অসমীয়া সাহিত্যৰ উপন্যাসত আছুতীয়া আসন অধিকাৰ কৰি থাকিব।

আমাৰ নৱ প্ৰজন্মৰ সাহিত্যৰ ৰসাস্বাদনৰ যাত্ৰা শইকীয়াদেৱৰ গল্পৰ মাজেদি গৈছিল বুলি কলেও অত্যুক্তি কৰা নহব। তেওঁৰ প্ৰথম গল্প সংকলন আছিল "প্ৰহৰী"। তেওঁৰ আন কেইখনমান গল্প সংকলন হ'ল- শৃংখল, বৃন্দাবন, গহ্বৰ, সেন্দুৰ, এই বন্দৰৰ আবেলি, উপকণ্ঠ, আকাশ আদি। ইয়াৰে শৃংখল নামৰ গল্প সংকলনটিৰ বাবে তেওঁ ১৯৭৬ চনত "সাহিত্য অকাডেমী বঁটা" লাভ কৰিবলৈ সমৰ্থ হয়।

অসমৰ নাট্য জগতত ভুমুকি মৰা ড০ ভবেন্দ্ৰনাথ শইকীয়াদেৱে নাট্যজগতলৈ বহুমূলীয়া অৱদান আগবঢ়াই থৈ গৈছে। তেখেতে ভ্ৰাম্যমান নাট্যদল সমূহলৈ লিখা পূৰ্ণাঙ্গ নাটসমূহৰ ভিতৰত নীলকণ্ঠ, দীনবন্ধু, সমুদ্ৰ মনুহৰ স্বৰ্গ দুৱাৰ, বন্দীশাল, অমৃত, শতাব্দী আদি। তেখেতৰ দ্বাৰা ৰচিত বহুকেইখন নাটক তেওঁৰ মৃত্যুৰ পিছত চলচিত্ৰলৈও নিৰ্মিত হয়।

ড০ শইকীয়াদেৱে চলচিত্ৰ জগতলৈও অনবদ্য অৱদান আগবঢ়াই থৈ গৈছে। তেখেতৰ দ্বাৰা নিৰ্মিত বোলছবি কেইখন হৈছে সন্ধ্যাৰাগ, অগ্নিস্নান, অনিৰ্বাণ, কোলাহল, সাৰথি, আৱৰ্তন, ইতিহাস আৰু হিন্দীছবি কালসন্ধ্যা। উল্লেখ যে তেখেতে কালসন্ধ্যাৰ বাদে আন কেইখনমান ছবিৰ বাবে ৰজত কমল বঁটা লাভ কৰিছিল। অগ্নিস্নান ছবিৰ বাবে তেওঁ শ্ৰেষ্ঠ চিত্ৰনাট্য বঁটাও লাভ কৰিছিল।

ড০ শইকীয়াই কিশোৰ-কিশোৰী আৰু শিশুসকলৰ বাবে লিখা কাহিনী, আলোচনীৰ বাবে তেওঁ এজন সাৰ্থক শিশু সাহিত্যিক ৰূপেও পৰিচিত

হৈছে। 'মৰমৰ দেউতা', 'শান্ত শিষ্ট, হৃষ্ট-পুষ্ট, মহাদুষ্ট', 'মহাদুষ্টৰ দুষ্টবুদ্ধি', 'তোমালোকৰ ভাল হওঁক', আদি শইকীয়াদেৱৰ শিশু আৰু কিশোৰ-কিশোৰীৰ বাবে লিখা ৰচনা। তেখেতৰ অপ্ৰাণ চেষ্টাৰ ফলত ১৯৮৩ চনত অঙ্কুৰিত হোৱা 'সফুঁৰা'ও শিশুৰ মাজত জনপ্ৰিয়। আৰু তেখেতৰ দ্বাৰা সম্পাদিত 'প্ৰান্তিক' আলোচনীখনেও পাঠক সমাজৰ মাজত তুমুল আলোড়নৰ সৃষ্টি কৰিছিল।

ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱে আছিল একেধাৰে সু-নাট্যকাৰ, কথা-সাহিত্যিক, সম্পাদক, পৰিচালক, চলচিত্ৰ নিৰ্মাতা। সফলতাৰ জয়গান গোৱা মানুহ ড° শইকীয়াদেৱে য'তেই হাত দিছে তাতেই সাফল্যৰ সুগন্ধি সুবাস পাইছে। মানৱ জীৱনৰ অভিশাপ স্বৰূপ দৰিদ্ৰতাক নিজৰ শৈশৱ আৰু কৈশোৰৰ বাবে 'পৰম সৌভাগ্যৰ কথা' ঘোষণা কৰি সেই দাৰিদ্ৰক হাঁহি মুখে সহ্য কৰি অৱশেষত সকলো ক্ষেত্ৰতে নিজকে সফলভাৱে প্ৰতিষ্ঠা কৰিলে। তেখেতৰ এনে গুণবোৰে মোকো বাৰুকৈয়ে অভিভূত কৰে।

ড° শইকীয়াদেৱৰ জীৱনযোৱা সাধনা আৰু কৰ্ম প্ৰতিভাৰ স্বীকৃতি স্বৰূপে তেখেতলৈ আগবঢ়োৱা হৈছিল বহুতো বঁটা বাহন। এই বঁটা বাহনৰ সমুদায় ধন তেওঁ শিশুৰ বাবে এক মহান কামত খৰছ কৰিছিল। শিশুৰ বৌদ্ধিক উৎকৰ্ষ সাধনাৰ্থে তেখেতে শেহতীয়াকৈ এক আটক ধুনীয়া আঁচনি প্ৰতিষ্ঠা কৰিছিল। সেয়া আছিল শইকীয়া কল্যান ন্যাস।

# সত্যনাৰায়ণ পূজা

মহেন্দ্ৰ শৰ্ম্মা
মুখ্য সহায়ক

শিৱসাগৰ নগৰৰ এখন ৰক্ষণশীল ব্ৰাহ্মণ সমাজৰ আচাৰ্য্য ৰমেন্দ্ৰ নাৰায়ণ শৰ্ম্মাৰ সৰু পুতেক বিনোদৰ বিয়া। বিয়া হ'ব গুৱাহাটীত। ঘৰৰ পৰা কি কি নিব যা-যোগাৰ কৰাত সকলো ব্যস্ত। বিয়ালৈ আৰু ৪ দিন মান বাকী। এনেতে কিৰিং কিৰিং কৈ টেলিফোনটো বাজিবলৈ ধৰিলে। শৰ্ম্মাই ৰিচিভাৰটো দাণ্ডি 'হেল্ল' বুলি কোৱাৰ অলপ পাছতে মানুহটো ঘামি-জামি ৰঙা পৰিল। তেওঁ কোনতে ক'লে, "কোন দুলাল শৰ্ম্মা মৰিল মই চিনি নেপাওঁ।"

এনেতে পৰিবাৰ আহি সুধিলে, "কি হ'ল"?

শৰ্ম্মাই উত্তৰ দিলে, "আমাৰ নাজিৰাৰ পুৰণা ঘৰত থকা দাইটিৰ পুতেক দুলাল ঢুকাল।"

"কি হ'ব এতিয়া? ইমান টকা-পইছা খৰছ কৰি সকলো যা-যোগাৰ কৰিলো, সকলো পানী হ'ব এতিয়া।"

"হেৰা এটা কাম কৰো।"

"আজিয়েই আমি গুৱাহাটীলৈ যাওঁগৈ।"

সেইমতে তেওঁলোক সকলো গুৱাহাটীলৈ গৈ বিয়া পাতি আহিল। গুন গুন গান গান কৈ সমাজত কথাটো বিয়পি পৰিল। তেওঁক ৰাইজে ধৰিলে, তাতে তেওঁ সমাজৰ আচাৰ্য্য। ৰাইজৰ মেল বহিল। মেলত তেওঁ ৰাইজক ক'লে, "আমি ৪ দিনৰ আগতেই গুৱাহাটীলৈ গ'লো, আমি মৰা খবৰটো নেপাওঁ" বুলি কৈ ঈশ্বৰৰ নামত শপত খালে। ৰাইজেও ঈশ্বৰৰ নামত শপত খোৱাত সকলো এৰি দিলে।

শৰ্ম্মাৰ মনত খু-দুৱনি এটা থাকি গ'ল।

এদিন পৰিবাৰক ক'লে, "সত্যনাৰায়ণ পূজা এভোগ কৰিব লাগে অতি সোনকালে।"

সেই মতে পূজা আয়োজন কৰিলে। পুৰোহিতে কি সংকল্প কৰি পূজা ভাগ কৰিছে, সুধিলত তেওঁ মনে মনে ক'লে "হে প্ৰভু টানত পৰি ফাকি এটা মাৰিলো, এইবাৰলৈ ৰক্ষা কৰিবা।"

# অলিম্পিকত অভিনৱৰ লক্ষ্যভেদ আৰু স্বৰ্ণময়ী ভাৰত

দিগন্ত দাস
স্নাতক প্ৰথম বৰ্ষ

যেন এক অভিনৱ অনুভৱ। এশ কোটি ভাৰতীয়ই বহুদিন ধৰি বুকুত সযতনে সাঁচি ৰখা সপোন এটা যেন এনেদৰে অভিনৱ ভাৱেই বাস্তৱায়িত হ'ব, সেয়া কোনোৱেই কল্পনা কৰা নাছিল। অলিম্পিকৰ বৰ্ণিল ইতিহাসত পোন প্ৰথমবাৰৰ বাবে স্বৰ্ণপদকেৰে সুভাশিত হ'বলৈ পভিয়ামত গৰ্বেৰে থিয় হৈ আছিল এজন ভাৰতীয় যুৱক। লগে লগেই বেইজিংৰ শুটিং ৰেঞ্জত ক্ৰমাৎ উৰ্ধৰ্মুখী হৈছিল ভাৰতৰ জাতীয় পতাকা। এশ কোটি ভাৰতীয় সেই সময়ত বুকু গৰ্ব আৰু গৌৰৱত উফন্দি উঠিছিল। দেশজুৰি প্ৰতিজন নাগৰিকৰ দুচকু ভৰি পৰিছিল অভিনৱ অশ্ৰুৰে। ইয়াৰ আগতে ভাৰতে আঠবাৰকৈ স্বৰ্ণ জয় কৰিছিল, সেয়া আছিল একমাত্ৰ হকীত। কিন্তু ব্যক্তিগত ভাৱে ১০৮ বছৰৰ পাছত প্ৰথমবাৰলৈ স্বৰ্ণ জয়ী কৃতিত্বৰ অধিকাৰী হ'ল দেৰাদুনৰ ২৫ বছৰীয়া যুৱক "অভিনৱ বিন্দ্ৰা"। পুৰুষৰ দহ মিটাৰ এয়াৰ ৰাইফল ব্যক্তিগত শাখাত এঘড়ী যুঁজাৰ মানসেৰে মনস্থিৰ কৰিছিল অভিনৱ বিন্দ্ৰাই। স্বৰ্ণজয়ী অভিনৱে যোগ্যতাসুচক ৰাউণ্ডত এক চমকপ্ৰদ প্ৰদৰ্শনে ৬০০ ৰ ভিতৰত ৫৯৬ পইণ্ট সংগ্ৰহ কৰি চতুৰ্থ স্থান দখল কৰিবিলৈ সক্ষম হৈছিল। তাৰ পাছত ফাইনেলত তেওঁ দুৰ্দান্ত প্ৰদৰ্শনেৰে জড়িত দহবাৰ লক্ষ্যৰ প্ৰতিবাৰে তেওঁ দহতকৈ অধিক পইণ্ট সংগ্ৰহ কৰিছিল। ফাইনেলৰ মুঠ দহোটা শ্বটত তেওঁ ১০৪.৫ (১০.৭, ১০.৩, ১০.৪, ১০.৫, ১০.৫, ১০.৫, ১০.৬, ১০.০, ১০.২, ১০.৮) পইণ্ট সংগ্ৰহ কৰি কোৱালিফায়িংৰ সৈতে মুঠ ৭০০.৫ পইণ্ট সংগ্ৰহ কৰি অলিম্পিকৰ প্ৰথমটো ব্যক্তিগত ভাৰতীয় স্বৰ্ণপদক বিজয়ী চীনৰ ঝু কুইনান। আনহাতেদি ব্ৰঞ্জৰ পদকেৰে সন্তুষ্ট থাকিব লগীয়া হৈছিল ফিণলেণ্ডৰ হেনৰী হাক্কিনেন।

স্বৰ্ণজয়ী এই অভিনৱৰ জন্ম হৈছিল ১৮৮২ চনৰ ২৮ চেপ্তেম্বৰত ডেৰাদুনত। অৰ্থাৎ অলিম্পিকত অন্তিমবাৰৰ বাবে ভাৰতে স্বৰ্ণপদক জয় কৰা দুই বছৰৰ পাছত। ১৮৮০ চনত ভাৰতীয় হকী দলে স্বৰ্ণজয় কৰা মুহুৰ্ত্তৰ কথা অভিনৱে হয়তো বহু বছৰৰ পাছত শুনিছিল অগ্ৰজ সকলৰ মুখত। যেন এটা অভিনৱ সাধু। কিন্তু ২৮ বৰ্ষ অতিক্ৰম কৰাৰ পাছত তেওঁ নিজেই সাক্ষী হৈ ৰ'ল তেনে এক ঐতিহাসিক ক্ষণৰ। মাত্ৰ ১৫ বছৰ বয়সতে নিজ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছিল অভিনৱে। ১৯৯৮ চনৰ কমনৱেলথ গেমছৰ কনিষ্ঠ প্ৰতিযোগী হিচাপে অংশ গ্ৰহণ কৰি অভিনৱে পৰৱৰ্তী দিনত চাঞ্চল্যৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। ২০০১ মিউনিখত অনুষ্ঠিত হোৱা বিশ্বকাপত অভিনৱে বিশ্বৰেৰ্কড স্থাপন কৰি "বিস্ময় বালক" ৰূপে চিহ্নিত হৈছিল। ২০০২ চনত প্ৰথমগৰাকী ভাৰতীয় হিচাপে গেমছৰ স্বৰ্ণপদক বিজয়ী হয় আৰু ২০০৬ চনত বিশ্ব চেম্পিয়নশ্বিপত স্বৰ্ণপদক অৰ্জন কৰি ভাৰতৰ কঢ়িয়াই আনিছিল অলেখ উল্লাস আৰু সুনাম। কিন্তু তাৰ পাছৰ সময়ছোৱাত অভিনৱ বিন্দ্ৰাই পোৱা নাছিল যোগ্য সন্মান। বাৰে বাৰে হৈছিল তেওঁ কেৱল ৰাজনৈতিক চিকাৰ। কিন্তু অভিনৱৰ লক্ষ্য আছিল অৰ্জ্জুনৰ দৰে স্থিৰ। তেওঁ সেই কাৰণে কাৰো ওপৰত ভৰসা নকৰি নিজ পিতৃৰ সহযোগত নিজৰ ঘৰতে সাজি লৈছিল শুটিং ৰেঞ্জ। মনত দৃঢ় বিশ্বাস আৰু কঠোৰ অনুশীলনৰ জড়িয়তে 'অভিনৱ বিন্দ্ৰা' হয় ভাৰতৰ প্ৰথমটো ব্যক্তিগত অলিম্পিক স্বৰ্ণবিজয়ী। দেশৰ ৬২তম স্বাধীনতা দিৱসৰ পূৰ্বে প্ৰাক্‌মূহুৰ্তত দেশবাসীৰ বাবে দিছিল এক অভিনৱ আৰু অতুলনীয় উপহাৰ, "স্বৰ্ণময়ী ভাৰত"। ১৮৮০ চনৰ পাছত ভাৰতে সোৱাদ ল'লে স্বৰ্ণপদক জয়ৰ। হয়তো সেয়া আছিল অভিনৱৰ যাত্ৰাৰ আৰম্ভণি। অভিনৱৰ পৰা ভাৰতে আশা কৰিব আৰু স্বৰ্ণপদক.........। ❖❖❖

# “আহিন ফুলৰ খেতি”

প্ৰদীপ গগৈ
প্ৰবক্তা, পৰিচালনা বিভাগ

মিচিকি ওঠত নিভাজ যাদু, ইহঁত যেন সুধা বিলোৱা স্বৰ্গৰ ৰম্ভা-মেনকা। বৰপুখুৰীৰ পাৰৰ কুম্হমিয়া বতাহ, কেণ্টিনৰ মিনিট-ঘণ্টীয়া সময়বোৰৰ লগত ইহঁতে সপোন ৰচে, এটি পজা গঢ়াৰ। সপোন ৰচে আকাশ চোৱাৰ, দুহাত মেলি সাৰটি ল'ব যেন নীলা আকাশ! থোপাথোপে বুটলিব জোনাকী আকাশৰ তৰা। শুকুলা মেঘৰ আঁৰে আঁৰে লুকা-ভাকু খেলি আলফুলে টোপনি যাব মেঘৰ কোলাত। পখী হৈ উৰি যাব দূৰ দিগন্তলৈ, অস্ত যোৱা সূৰুযক জগাই তুলিবলৈ, ন-সূৰুযৰ উমাল বুকুত মুখ গুজি ক'বলৈ মোক চোৱা, “মই কিমান সুখী”। থৰ লাগে বাটৰ বাটৰুৱা কালৈয়ো নাই ইহঁতৰ দৃষ্টি। কবি চন্দ্ৰ কুমাৰৰ ভাষাত—

“আঙুলি বুলাব জনা হ'লে, আনিলো হেতেন টানি
হিমালয়ৰ চূড়া, বুৰালো হেঁতেন ওচালি কলিয়া পানী”

গগৈৰ কেণ্টিনৰ গৰম চিংৰাৰ ভাজে ভাজে সোমাই থকা তপত তেলে জিভা পোৰে। তথাপিও চোন নেৰে স্বপ্নালী পুনমহঁতে। প্ৰিন্সিপাল চাৰ, এটেণ্ডেঞ্চ, চেমিনাৰ, টেষ্ট আৰু কত কি??! তঁহঁৰ খিটখিটনিত সৰি পৰে শৰতৰ শেৱালী। এবোজা কাগজে চোন হেঁচা মাৰি ধৰে?! উশাহৰ উজান উঠে। আউলি বাউলি হোৱা অতীতে আজি মাতে। কেনে আছা? কেনে আছা? আছেনে আজি সেই অদ্ভুত সপোন তৰা ভৰা জোনাকত সাতুৰি নাদুৰি সিপাৰ হোৱাৰ? আছেনে আজি সেই শৰতৰ পুৱা এটি দুটি নিয়ৰৰ কণা বুটলি বুটলি কুকিত লোৱা?? হুৰহুৰাই উৰি গুচি যায় বৰপুখুৰীৰ চাইবেৰিয়ান পখীজাক, দূৰণী নীলীমালৈ, আকৌ অহাৰ প্ৰতিশ্ৰুতিৰে!

ঠিক এনেদৰেই ইহঁতে আগবাঢ়ে ইখাপৰ পৰা সিখাপলৈ, খেতি কৰে আহিন ফুলাৰ। নাঙলৰ চাৰে চাৰে বৈ যায় একাউণ্টেচি, বিএচটিৰ আলতিয়া মাটি আৰু চুক কোণবোৰ??। কৰিজমৰ পিঠিত উঠি উৰি যায় ভাদ, আহিন, কাতি। তন্দ্ৰালস সময়বোৰে গমকে নিদিয়ে আবেলি অহাৰ। পোৱা নোপোৱাৰ হিচাপ ল'বলৈ আহৰি নাই। অস্ত যোৱা সূৰুযলৈ চাই মনে কৈ উঠে- কিবা যেন নাই নাই!!

---

# শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰী, শিক্ষাগুৰু আৰু অভিভাৱক

অৰূপা ৰাণী দাস
গ্ৰন্থাগাৰ সহায়িকা

শিক্ষা আৰম্ভ হয় প্ৰথমে ঘৰখনৰ পৰাই। সেই কাৰণে ঘৰখনক শিক্ষাৰ কঠিয়াতলি বুলিব পাৰি। ভাল পৰিবেশত শিশুৰ চাল-চলন, ব্যৱহাৰ, জ্ঞান, বুদ্ধি আদি গঢ়লৈ উঠে। এটা ভাল শিক্ষাৰ পৰিবেশৰ কাৰণে প্ৰয়োজনীয় শৈক্ষিক সামগ্ৰী, শিক্ষকসকলৰ আন্তৰিক প্ৰচেষ্টা, গুৰু সুলভ চৰিত্ৰ, নিয়মানুবৰ্ত্তিতা আৰু ছাত্ৰ-ছাত্ৰীসকলৰ শিক্ষাৰ বাবে আগ্ৰহ আৰু মনোযোগ থকাৰ লগতে অভিভাৱকৰ দিহা পৰামৰ্শৰ প্ৰয়োজন।

প্ৰাচীন কালত ছাত্ৰই গুৰুৰ গৃহত গৈ শিক্ষা গ্ৰহণ কৰিছিল। গুৰুৰ সকলো আদেশ বিনা প্ৰতিবাদে পালন কৰিছিল আৰু গুৰুৰ সকলো আদেশ শিৰোধাৰ্য্য কৰি ছাত্ৰই শিক্ষা গ্ৰহণত ব্ৰতী হৈছিল কালক্ৰমত সমাজ ব্যৱস্থাৰ আমূল পৰিৱৰ্তন হোৱাৰ লগে লগে শিক্ষা ব্যৱস্থা ক্ৰমান্বয়ে উৰ্দ্ধগামী হ'বলৈ ধৰিলে। সমাজৰ সকলো শ্ৰেণীৰ লোকে যাতে শিক্ষা গ্ৰহণত সুবিধা পায় তাৰ বাবে চৰকাৰেও বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰিলে। দেশৰ চুকে কোনে বিভিন্ন শিক্ষানুষ্ঠান গঢ় লৈ উঠিবলৈ ধৰিলে। শিক্ষাৰ এই বৃহত প্ৰসাৰতাই এটা জাতি বা এখন দেশৰ প্ৰভূত অৰিহণা যোগাইছে। আজিৰ যি ছাত্ৰ-ছাত্ৰী কালিলৈ

তেওঁলোকেই দেশৰ ভৱিষ্যত তথা দেশৰ ধৰণী স্বৰূপ। দেশ এখন আগুৱাই নিয়াৰ দায়িত্ব এই ছাত্র-ছাত্রীসকলৰ ওপৰতেই পৰিবহি আৰু তেওঁলোকেই এদিন দেশৰ সু-নাগৰিক হ'বহি। এই আশালৈয়েই পিতৃ-মাতৃ বা অভিভাৱকে নিজ সন্তানক মেট্রিকৰ (হাইস্কুল শেষান্ত পৰীক্ষা) দেউনা পাৰ হোৱাৰ পাছত উচ্চ শিক্ষাৰ বাবে উচ্চতৰ মাধ্যমিক বিদ্যালয় অথবা মহাবিদ্যালয়ত নাম ভৰ্ত্তিৰ বাবে যো-জা কৰেহি। এটা নতুন পৰিবেশত ছাত্র-ছাত্রীসকলেও জীৱন গঢ়াৰ সপোন দেখেহি। সেই সপোন বাস্তৱত পৰিণত কৰিবলৈ মনৰ একাগ্রতা, ধৈৰ্য্যৰ প্ৰয়োজন। লগতে শিক্ষকৰ দিহা-পৰামৰ্শ আৰু আশীৰ্বাদ। গুৰু অবিহনে যিকোনো শিক্ষা সম্পূর্ণ লাভ কৰাটো সম্ভৱ নহয়। একলব্যয়েও গুৰুৰ প্রতিমূৰ্ত্তি সন্মুখত ৰাখি গুৰুক ভক্তি কৰিহে ধনু বিদ্যাত সফল হৈছিল। ছাত্র জীৱন মানৱ জীৱনৰ ভেটি স্বৰূপ। এই ভেটি সময় মতে গঢ় দিব নোৱাৰিলে পাছত কৰাটো সম্ভৱ নহয়। মুনি ঋষি সকলে কৈছিল যে ছাত্রানাং অধ্যায়নং তপঃ। অৰ্থাৎ মহৰ্ষি সকলে যিদৰে একান্ত মনে ধ্যানত মগ্ন হয়, ঠিক সেই দৰেই ছাত্র-ছাত্রীসকলেও অধ্যয়ন কৰাৰ সময়ত মহৰ্ষি সকলৰ দৰেই অধ্যয়নত মনোযোগ দিব লাগিব আৰু আনহাতে ফকৰা যোজনাত আছে যে- পঢ়ায়, পঢ়ে, ৰুয়ে পান, এই তিনি নিচিন্তে আন। অৰ্থাৎ যি গৰাকী শিক্ষকে পঢ়ুৱাব তাৰ বিষয়বস্তু খিনি পুংখানু পুংখ ভাৱে ছাত্র-ছাত্রীক বুজাই দিয়াৰ লগতে ছাত্র-ছাত্রীয়েও শিক্ষকে বুজাই থকা অৱস্থান বিষয়টোৰ ওপৰত সম্পূর্ণ মনোযোগ দিব লাগিব।

গতিকে দেখা যায় যে- শিক্ষানুষ্ঠানৰ পৰিবেশ, গুৰুয়ে দিয়া শিক্ষাৰ লগতে ছাত্র-ছাত্রীয়েও সম্পূর্ণ মনোযোগেৰে শিক্ষা গ্রহণ কৰিব লাগিব তেতিয়াহে পৰীক্ষাত ভাল ফল দেখুৱাই ঘৰৰ শিক্ষানুষ্ঠানৰ লগতে দেশৰো নাম উজ্জ্বল কৰিব পাৰিব। ❖❖

---

# সৌন্দৰ্য্যৰ প্ৰতীক তাজমহল

মহম্মদ আয়ুব
স্নাতক তৃতীয় বৰ্ষ

সমগ্ৰ ভাৰতৰ সৌন্দৰ্য্য তথা গৌৰৱ হৈছে তাজমহল। সাতোটা ঐশ্বৰ্য্যৰ ভিতৰত প্ৰথম স্থান লাভ কৰা 'তাজমহল' পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ। মোগল সাম্ৰাজ্য বিস্তাৰ হোৱা কিছুদিনৰ পিছত ছাহজাহানে তেওঁৰ পত্নীৰ প্ৰেমৰ স্মৃতিসৌধ তাজমহল নিৰ্মাণ কৰি উলিয়াইছিল। এই তাজমহল ৰজ্জশতিকাত নিৰ্মাণ কৰা হৈছিল। তাজমহল আছিল ছাহজাহানৰ পত্নী মমতাজৰ স্মৃতিসৌধ। বিশ হাজাৰ শ্ৰমিকে বিশ বছৰত নিৰ্মাণ কৰিছিল তাজমহল। ই উত্তৰ প্ৰদেশৰ আগ্ৰা চহৰৰ যমুনা নৈৰ পাৰত অৱস্থিত। এই তাজমহলৰ ওচৰতে আছে সুন্দৰ বাগিছা আৰু সন্মুখত আছে এটি সুন্দৰ জলাশয়। তাজমহলৰ সোঁহাতে আছে 'মছজিদ' আৰু বাওঁ হাতে আছে 'মকবৰা'। ইণ্ডো-ইছলামী স্থাপত্য ইতিহাসৰ শ্ৰেষ্ঠ উদাহৰণ হৈছে তাজমহল। ছাহজাহানৰ প্ৰেম প্ৰকাশৰ এই পৃথিৱীৰ বিখ্যাত অপূৰ্বটো হৈছে তাজমহল। পৃথিৱীৰ বিভিন্ন দেশ বিদেশৰ পৰা বহুতো পৰ্য্যটকে তাজমহল চাবলৈ ভাৰতবৰ্ষলৈ আহে। আৰু তাজমহলক চাই বহুতো দেশী-বিদেশী বহুতো গ্ৰন্থই লিখিছে। তাজমহলক দেখি বিভিন্নজনে বিভিন্ন মত প্ৰকাশ কৰে আমি শুনিবলৈ পাইছিলো আৰু পঢ়িবলৈ পাইছিলো যে আমেৰিকাৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ৰুজভেল্টৰ পত্নীয়ে তাজমহলক চাই অহাৰ পিছত সাংবাদিকসকলে প্ৰশ্ন কৰিছিল কেনেকুৱা দেখিলা? ৰুজভেল্টে উত্তৰ দিছিল ফ্ৰেংকিয়ে যদি মোৰ কবৰৰ ওপৰতো তেনেকুৱা স্মৃতিসৌধ নিৰ্মাণ কৰিব পাৰে যদি মই এতিয়া আত্মহত্যা কৰিবলৈ সাজু আছো। আমি কিতাপত পঢ়িব পাইছিলো যে তাজমহলৰ নিৰ্মাণত ২৭ কোটি টকা খৰছ হৈছিল। মাটিৰ মূল্য, জল ইত্যাদি সৈতে মূল তাজমহল, মছজিদ আৰু ইঞ্জিনিয়াৰিং কামত খৰচ হৈছিল ২ কোটি টকা। আৰু পৃথিৱীৰ বিভিন্ন ঠাইৰ পৰা মহা মূল্যৱান মণি মুকুতা আনি তাজমহলক অলংকৃত কৰা হৈছিল। আৰু তাৰ ভিতৰত বাগদাদৰ পৰা ৫৪০ টা কৰ্ণেলিয়ন, তিব্বতৰ পৰা ৬৭০ টা ফিৰোজা, ইয়াৰ উপৰিও পৃথিৱীৰ পশ্চিমৰ অঞ্চলৰ পৰা প্ৰবাল, সোণ পাথৰ, মাৰ্বল পাথৰ, মূগা গুলাবী, নীলা, মৰকত, শংখ, মুক্তা, হীৰা আদি আনি তাজমহলক অলংকৃত কৰা হৈছিল।

ছাহজাহানৰ পৰিকল্পনা আছিল যমুনাৰ সিটো পাৰে শুভ্ৰ তাজৰ ঠিক বিপৰীতে নিৰ্মাণ কৰা হ'ব শুদ্ধ ক'লা পাথৰেৰে কৃষ্ণতাজ, সিটোত শেষ নিদ্ৰাত নিদ্ৰিত থাকিব সম্ৰাট ছাহজাহান নিজেই। দুই ইতিহাস প্ৰসিদ্ধ প্ৰেমিক-প্ৰেমিকাৰ মাজেৰে নিৰৱিচ্ছিন্ন ভাৱে প্ৰবাহিত হৈ থাকিব নীলা যমুনা। উভয় তাজৰ মাজত দুঁৱাপাৰৰ সেতু হিচাবে নিৰ্মাণ কৰা হ'ব এখন সাঁকো, আধা বগা আৰু আধা ক'লা এখন মৰ্মৰ সেতু। পুত্ৰ ঔৰংজেবৰ হাতত বন্দী হোৱাৰ পিছত কৃষ্ণ তাজৰ সমাধি সাজিছিল প্ৰবল প্ৰতাপী সম্ৰাট ছাহজাহানৰ এক দুৰ্বাৰ আকাংখাৰ। অৱশেষত দীঘলীয়া বন্দীত্বৰ যাতনা ভুগি ভুগি যেতিয়া অন্তিম শয়নত শায়িত হৈ পৰিছিল সম্ৰাট ছাহজাহান, তেতিয়া তেওঁৰ মৰদেহ কবৰস্থ কৰা হৈছিল প্ৰিয়তমা পত্নী মমতাজৰ কবৰৰ ওচৰতে। প্ৰবন্ধটো প্ৰস্তুত কৰোতে দীপিকা ভট্টাচাৰ্য্য লিখা 'তোমাৰ তুলনাত কেৱল তুমি' নামৰ পাঠটিৰ পৰা সহায় লোৱা হৈছে। ❖❖

# মাজুলীত দুনিশা

পংকজ জ্যোতি হাজৰীকা
প্ৰৱক্তা, অৰ্থনীতি বিভাগ

লুইতৰ বুকু ভেদি ঢৌ খেলি খেলি বগা বগা বালি চাপৰি মাজে মাজে মনৰ উৎসুকতা ভাঙি লুইতৰ সিটো পাৰে গৈ পাবা মাজুলী। নৈঃশব্দৰ মাজত শুনা পাবা দূৰৰ পৰা ভাঁহি অহা খোল-তালৰ অমিয়া সুৰ। মাজে মাজে ৰিণি ৰিণি ভাঁহি অহা ঐনিতমৰ সুৰে মতলীয়া কৰি তুলে মন প্ৰাণ। এৰা সুঁতিৰ পাৰে পাৰে জিৰ্ জিৰ্‌কৈ বৈ থকা লুইতৰ জলৰাশিক বাধা দি কোনো মাছৰীয়ে পতা ঢেকী জাল। এসেও পাছত এসেওকৈ মাছৰীয়ে ধৰা ঢেকীজালত জৰ্‌জৰ্‌াই উঠা পুঠি, বৰিয়লা, নাৰ-বাট মাছ। নাৱৰীয়াই বৰ নাৱত ওপৰলৈকে জাপি আটি আটি বান্ধি অনা বৰ-টেকেলী আৰু সৰু সৰু টেকেলীৰ থোপা। খৰিৱালাই নাৱৰ দয়োটা পাৰ ডুবু-ডুবু হোৱালৈকে বোজাই কৰা খৰি। বালি-চাপৰিৰ মাজে মাজে গজি উঠা সেইজীয়া ঘাঁহ, বন, ঝাউ, লোহিয়া, বিৰিণা। পাৰলৈকে গজি থকা নল-খাগৰি, কঁহুৱাই বতাহত আউলী-বাউলী হৈ কৰা এক মায়াৱী নৃত্য। নিমাতিৰ পৰা লুইতৰ এ-সুঁতিৰ পাছত এসুঁতি অতিক্ৰমি ভিন্ন হৃদয়বোৰক আলফুলে বুকু ভৰাই লৈ যোৱা ফেৰি কেইখনৰ যেতিয়া যাত্ৰাৰ সমাপ্তি হয় তেতিয়াই পাবাগৈ মাজুলী........।

মাজুলী সত্ৰ সংস্কৃতিৰ বৰপেৰা। আত্মিক প্ৰেমৰ মিলনস্থল। এই মাজুলীতেই ডবা, বৰতাল, খোল আৰু হৰি নামৰ ধ্বনিত হৃদয়ৰ পৰা হৃদয়লৈ বৈ যায় প্ৰেমৰ অমৃত নদী। জন্ম হয় আধ্যাত্মিক ভাৱৰ। আধ্যাত্মিক ভাৱধাৰাৰে অন্তৰত জীপাল কৰে সততা, পবিত্ৰতা আৰু অহিংসা। ইয়াৰ দ্বাৰাই সৃষ্টি হয় মানৱতাবোধ। এই মানৱতাবোধ এতিয়াও নিঃচ্ছিন্ন হোৱা নাই মাজুলীত.....।

বিভিন্ন সম্প্ৰদায়ৰ মানুহৰ বাসভূমি যদিও নাই কোনো বিচ্ছিন্নতাবোধ। সহজ-সৰল মানুহবোৰ সাধাৰণ ভাৱে জীয়াই থাকে কৰ্ম-সংস্কৃতিৰ যোগেদি। যি কৰ্ম-সংস্কৃতিত তেওঁলোকে বিচাৰি পায় জীয়াই থকাৰ সম্বল।

মাজুলী চোৱাৰ বহুদিনৰ পৰাই আশা আছিল। সময় তথা সুবিধাৰ অভাৱৰ কাৰণে হয়তো যাব পৰা নাছিলো। সেইদিনা আছিল ২০০৭ চনৰ ডিচেম্বৰ মাহৰ ২২ তাৰিখ। শীতৰ কুঁৱলী সনা এটা মিঠা পুৱা। অসম ৰাজ্যিক পৰিবহন নিগমৰ দুখন ৰঙা বাছত কলেজৰ সন্মুখৰ পৰা ছাত্ৰ-ছাত্ৰীসকলক লৈ যোৰহাটৰ নিমাতি ঘাটলৈ যাত্ৰা কৰিলো। নিমাতি ঘাটৰ পৰা ১০ বজা ফেৰিখনত মাজুলীৰ কমলাবাৰী ঘাটলৈ পাৰ হোৱাৰ উদ্দেশ্যেৰে পুৱা ৬ বজাতে ৰাওনা হ'লো। কলেজৰ Degree 2nd year আৰু B.C.A. ৰ ছাত্ৰ-ছাত্ৰীসকলৰ Environmental Study ৰ Field Work ৰ কাৰণে মাজুলীকে বাচি লোৱা হৈছিল। মাজুলী চোৱাৰ আৰু মাজুলীৰ পৰিৱেশৰ ওপৰত অধ্যয়ন কৰাটোৱে মুখ্য উদ্দেশ্য আছিল।

আমাক বাছ দুখনে ৯ বজাতে নিমাতি ঘাট পোৱালেগৈ। ইতিমধ্যে Principal Sir ও ঠিক সময়তে নিমাতি পালেগৈ। সকলো বয়-বস্তু গাড়ীৰ পৰা নমাই প্ৰথমতে সকলোৱে একেলগে Breakfast কৰিলো। তেতিয়া পুৱা ৯.৩০ যদিও সমগ্ৰ নিমাতিখন কুঁৱলীৰ পৰা মুক্ত হোৱা নাই। যিখন ফেৰিত ১০ বজাত পাৰ হ'ম বুলি ভাবিছিলো সেইখন ফেৰি কমলাবাৰীৰ পৰা নিমাতি অভিমুখে আহি আছে। দহ বজা আগেয়ে যাত্ৰীসমূহ নমাই আকৌ ৰাওনা হ'ব কমলাবাৰীলৈ।

ডিচেম্বৰ মাহৰ পুৱা। কুঁৱলীজাকে মূৰৰ ওৰণীখন তেতিয়াও পেলোৱা নাই। ব্ৰহ্মপুত্ৰ পাৰৰ পুৱা! কিমান কোমল! লুইতৰ জিৰ্ জিৰ্ শব্দৰ তালে তালে নাৱৰীয়া বঠাৰ চিৰিপ চিৰিপ চাব; ফিৰ ফিৰিয়া মৃদু বতাহ আৰু আকাশ চিনিব নোৱাৰা কুঁৱলীজাকৰ ওপৰেদি দুই এজাক পৰিভ্ৰমী পক্ষীয়ে নিজ নিজ চিনাকী স্থানলৈ ঢাপলি মেলিছে। তেনে এক পুৱাই কিবা মন প্ৰাণ মতলীয়া কৰি তুলে। লুইতৰ পাৰৰ পুৱা যদি কোনোবাই উপভোগ কৰিছে তেওঁহে জানিব সেই পুৱাৰ মাদকতা ভৰা আমেজ কিমান? ইতিমধ্যে ফেৰিখন আহি ঘাট চাপিছে। ছাত্ৰ-ছাত্ৰীসকলে ঘাটৰ চালামিৰ দয়োটা পাৰত ফেৰিত উঠিবলৈ শাৰী পাতি বৈ আছে। এটাই উদ্দেশ্য ফেৰিত উঠা। প্ৰত্যেকৰে অন্তৰখনত আশা আৰু ভয় ভাৱে উগুল-থুগুল লগাইছে। কোনোৱে ভয় কৰিছে কেনেকৈ এই বিশাল ব্ৰহ্মপুত্ৰ পাৰ হৈ যাম? কোনো দিন এনেকুৱা অভিজ্ঞতা নথকা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাই বেছি। তথাপিতো লগৰ বন্ধু-বান্ধৱীৰ সৈতে আনন্দত মতলীয়া হৈ পাহৰি পেলাইছে ভয় তথা শংকা......।

ছাত্ৰ-ছাত্ৰীসকল ফেৰিত উঠে মানে মই মৃণাল আৰু প্ৰদীপদা এখন সৰু হোটেলত বেঙেনা, পুঠি মাছৰ আঞ্জাৰ সৈতে ৰুটি খোৱা আৰম্ভ কৰিলো। আঞ্জাখন ইমান সু-স্বাদু আছিল আমি আটায়ে দুবাৰকৈ লৈ খালো।

ফেৰিখনে কমলাবাৰীৰ পৰা অহা যাত্ৰীসকলক নমাই নিমাতিৰ পৰা কমলাবাৰীলৈ যাত্ৰীসকলক লৈ আকৌ যাত্ৰা কৰিছে। আমি ফেৰিখনৰ ওপৰতে উঠিলো। ছাত্ৰ-ছাত্ৰীসকলৰ সৈতে ....... চাৰৰ বাইদেউ, সাবিত্ৰী বাইদেউ, জোনটি আৰু শইকীয়া বাইদেউ সহ কলেজৰ কেইবাটাও পৰিয়াল আছে। ফেৰিখনে লাহে লাহে কমলাবাৰী ঘাটলৈ ৰাওনা হৈছে। শীতৰ কুঁৱলীজাক তেতিয়াও শেষ হোৱা নাছিল। কুঁৱলীৰ মাজে মাজে ৰ'দজাকে ভুমুকি মাৰিছে। ব্ৰহ্মপুত্ৰৰ পানীৰ উজনী-ভটিয়নী সোঁত অতিক্ৰম কৰি ফেৰিখনে স্পীড বঢ়াই গৈ আছে মাথো কমলাবাৰীলৈ। কমলাবাৰী নোপোৱাৰ আগতে এৰি গৈছিলো দক্ষীনপাট, আৰু চুমৈমাৰি ঘাট। যি ঘাটেদি পাৰ হ'লে উজনী মাজুলীলৈ চমু হয়। উজনী মাজুলীৰ সৰহ সংখ্যক যাত্ৰী এই ঘাটেদিয়ে পাৰ হয়। এই ঘাটলৈয়ো বেলেগ ফেৰি যায়। ফেৰিখনৰ ওপৰৰ পৰা নামি আহি ছাত্ৰ-ছাত্ৰীসকলৰ আনন্দ আৰু স্ফুৰ্তিত অংশ ললো। ছাত্ৰ-ছাত্ৰীসকলে কোনো দিনে নোপোৱা এটা নতুন পৰিৱেশ পাই বেলেগ ধৰণৰ আনন্দ উপভোগ কৰিলে।

লাহে লাহে ফেৰিখন কমলাবাৰী ঘাটৰ ওচৰ চাপিছে। মাজুলী দেখাৰ উৎকণ্ঠা বাঢ়ি আহিছে। সময় তেতিয়া ১২-৩০ বাজিছে। হৰেণে সকলো ঠিক কৰি থৈছে। গাড়ী, হোটেল, ............ সকলো ............... কৰি থৈছে। হৰেণ আমাৰ কলেজৰ অসমীয়া বিভাগৰ প্ৰৱক্তা। ঘৰ মাজুলীত কাৰণে সকলো সুবিধা হৰেণেই কৰিছিল। সি কমলাবাৰী ঘাটত আমাৰ কাৰণে ৰৈ আছিল।

ইতিমধ্যে ফেৰিখন কমলাবাৰী ঘাট পালেগৈ। যাত্ৰীসকলে ফেৰীখনৰ পৰা জাপ মাৰি খৰ-ধৰকৈ গাড়ীত উঠিবলৈ চেষ্টা কৰিলে। ইয়াৰ কাৰণ মাজুলীত গাড়ীৰ সংখ্যা সীমিত। এই সীমিত গাড়ীকেইখনত যাত্ৰীসকল উঠিবলৈ সদায় খৰ-ধৰ কৰে। লাহে লাহে আমাৰ ছাত্ৰ-ছাত্ৰীসকল ফেৰি পৰা নামি আমাৰ কাৰণে ৰিজাৰ্ভ কৰি থোৱা বাছকেইখনলৈ গ'ল। সকলোৱে বাছত উঠি কমলাবাৰী চাৰি আলিলৈ যাত্ৰা কৰিলো। কমলাবাৰী ঘাটৰ পৰা চাৰিআলিলৈ মাত্ৰ তিনি কিলোমিটাৰ। এই তিনি কিলোমিটাৰ পথ অতিক্ৰম কৰোঁতে আমি দেখিছিলো হালধীয়া ৰঙৰ বৃহৎ আকাৰৰ ফুলৰ পথাৰ। ফুলৰ পথাৰ মানে সৰিয়হ ফুল। কোনোবা কৃষকৰ হাতৰ পৰশ, মূৰৰ ঘাম আৰু অজস্ৰ শ্ৰমৰ বিনিময়ত সৃষ্টি হোৱা অপৰূপ সৌন্দৰ্য্যৰ ফচল। যি সৌন্দৰ্য্যৰ মাজত তেওঁলোকে বিচাৰি পাইছে জীয়াই থকাৰ প্ৰেৰণা। খলা-বমা ৰাস্তাৰ কাষে কাষে চাংঘৰ। বুকুত মেথনি মাৰি মিচিং তিৰোতাসকলে বিলত চালনি মাৰি মাছ মাৰিবলৈ যোৱা, বিলবোৰত বনৰীয়া পক্ষী বিচৰণ কৰা দেখি ছাত্ৰ-ছাত্ৰীসকলে বেচ আনন্দ লাভ কৰিলে। এইবোৰ অতিক্ৰম কৰি আমি কমলাবাৰী চাৰিআলি পালোগৈ। বাছ দুখন চাৰি আলিতে ৰাখিল আৰু যিখন হোটেলত খাদ্য ....... কৰা আছিল সেইখন হোটেলত সকলোৱে খাদ্য গ্ৰহণ কৰিলো। নতুন পৰিৱেশ, নতুন ঠাই তথা এখন সৰু নগৰ। মাজুলীবাসীৰ কাৰণে কমলাবাৰীয়ে এখন নগৰ। যিখন নগৰ আমাৰ ছাত্ৰ-ছাত্ৰীসকলে ভবাৰ দৰে ডাঙৰ নহয়। কাৰণ মাজুলী হৈছে এটা নদীদ্বীপ আৰু এই নদী দ্বীপটোলৈ আহিবলৈ হ'লে একমাত্ৰ পৰিবহণ ব্যৱস্থা হাত নাও অথবা ফেৰিৰ বাদে অন্য স্থল পথৰ পোনপটীয়া যোগাযোগৰ সুবিধা নাই। সেই কাৰণে এই নদীদ্বীপটোত এখন ডাঙৰ নগৰ গঢ়ি উঠা নাই। তাৰোপৰি প্ৰত্যেক বছৰৰ বানে মাজুলীখনক ডুবাই নিয়ে। অনিষ্ট কৰে কৃষিভূমি, ৰাস্তা-ঘাট, দলং আৰু সহজ-সৰল মানুহৰ ঘৰ-দুৱাৰ। যি ঘৰ-দুৱাৰ প্ৰত্যেক বছৰে মেৰামতি কৰিব লাগে বাৰে বাৰে। অশেষ পৰিশ্ৰমৰ অন্তত জীপাল হোৱা শস্য কেইটা যেতিয়া বানে নিঃশেষ কৰে, পুনৰ মেৰামতি কৰা ঘৰকেইটা যেতিয়া আকৌ ধ্বংস কৰে তেতিয়া তেওঁলোক নিৰাশ হৈ পৰে। নিৰাশ হ'লেও তেওঁলোকে জীয়াই থাকিবলৈ সংগ্ৰাম কৰে। নিৰাশৰ মাজত বিচাৰি পায় আশাৰ সন্ধান। জীৱন সংগ্ৰাম কৰি ভাল পোৱা মানুহবোৰৰ ব্যস্ততাৰ মাজত আহি পৰে তেওঁলোকৰ আটাইতকৈ প্ৰিয় উৎসৱ 'ৰাস' আৰু 'পালনাম'। এই উৎসৱৰ আনন্দত পাহৰি পেলায় সেই সকলো দুখ-কষ্ট, পৰিশ্ৰম আৰু সংগ্ৰাম। আকৌ প্ৰেৰণা পায় জীৱন সংগ্ৰামৰ। বুকুত হাত থৈ গৌৰৱ কৰে আমি সত্ৰ সংস্কৃতিৰ বঘৰৰ মানুহ। দুখ-কষ্ট, পৰিশ্ৰম আৰু সংগ্ৰামেই আমাৰ জীৱন। তেনেকৈয়ে আকৌ আৰম্ভ হয় নতুন সংগ্ৰামৰ...... নতুন স্বপ্নৰ.....।

খোৱা-বোৱা শেষ হোৱাৰ পাছত প্ৰথমে আউনীআটি সত্ৰলৈ ৰাওনা হ'লো। সত্ৰত সোমাই গৈ প্ৰথমে সকলোৱে প্ৰভু ঈশ্বৰক সেৱা জনায়। সত্ৰ-সংস্কৃতিৰ ওপৰত কিছু কথা বুজ ললো। হাতী দাঁতৰ পাটি, খৰম, লাঠি, ৰূপৰ ফুল, শৰাই, হেংদান, ডাঙৰ বান-বাটি আৰু বহু ধৰণৰ বস্তু দেখিলো। মণিকুটৰ কাষতে বাহিৰত প্ৰকাণ্ড তুলসী গছৰ কুণ্ডা দেখি অভিভূত হৈ পৰিলো। চাৰিফালে চাৰি হাতি মাজত মণিকুট। চাৰি হাতি মানে সত্ৰৰ চাৰিসীমা অৰ্থাৎ প্ৰকাণ্ড আলি সদৃশ। এই আলি সদৃশ চাৰিসীমাৰ ওপৰত সৰু সৰু বঢ়া আছে যিবোৰ বঢ়াত সংসাৰৰ মায়া-মোহ ত্যাগ কৰি সৰুৰে পৰা উদাসীন ভকত সকল বাস কৰে। পঢ়া-শুনা কৰা সকলে পঢ়া-শুনা কৰে আৰু নপঢ়া সকলে স্ব-নিৰ্ভৰশীল হৈ উপাৰ্জন কৰে। অৰ্থাৎ কৰ্ম ভক্তিৰ ওপৰত গুৰুত্ব দিয়ে। এই ভকত সকলৰ মাজৰে এজন মোৰ বন্ধু। তেখেত মাজুলী কলেজৰ ৰাজনীতি বিজ্ঞান বিভাগৰ প্ৰৱক্তা। মই ফোন কৰাত তেখেত আহি মোক লগ কৰিলে। তেখেতৰ পৰাই সত্ৰৰ বিষয়ে বহুত কথা জানিলো। আমাৰ ছাত্ৰ-ছাত্ৰীসকলে বেচ মনোযোগেৰে সেই সমগ্ৰ সত্ৰৰ পৰিৱেশটো বুজলৈ সিহঁতৰ টোকা বহীত তথ্য সমূহ লিখি গ'ল। আমাৰ এটাই উদ্দেশ্য বৰ্তমানৰ যুৱ-উশৃংখলতাক আধ্যাত্মিক

ভাৱধাৰাৰ প্ৰভাৱেৰে প্ৰভাৱিত কৰি নৈতিক সংযম কৰিবৰ বাবে এনে ধৰণৰ প্ৰগ্ৰেমবোৰ লোৱা হৈছিল। এই ক্ষেত্ৰত Principal Sir ৰ ভূমিকা উল্লেখযোগ্য।

শীতৰ সন্ধ্যা লাহে লাহে নামি আহিছিল। ছাত্ৰ-ছাত্ৰীসকলক গাড়ীত উঠিবলৈ কৈ কমলাবাৰী ন-সত্ৰত থকা আলহী ঘৰলৈ যাবলৈ চালকক নিৰ্দেশ দিলো। ছাত্ৰ-ছাত্ৰীসকল আৰু আমি থকাৰ কাৰণে এই সত্ৰৰ Guest House আগৰে পৰা বুক কৰা আছিল। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১৩০জন হোৱাৰ কাৰণে প্ৰথমে Adjust কৰাত যথেষ্ট অসুবিধা হৈছিল যদিও ওচৰতে থকা সংস্কৃত টোলখনত ঠিক-ঠাক কৰাত Problem টো Solve হৈ গ'ল। Principal Sir ৰ বাবে যিটো Room বুক কৰা হৈছিল সেইটো Room ও ছাত্ৰ-ছাত্ৰীসকলক দিব লগা হোৱাত ছাৰে তেওঁলোকৰ মিতিৰৰ ঘৰতে থকাৰ ব্যৱস্থা কৰিলে।

ৰাতি সাঁজ খোৱা-বোৱা কৰাৰ পাছত ছাত্ৰ-ছাত্ৰীসকলক নিজ নিজ ৰুমলৈ যাবলৈ দি সাৱিত্ৰী বাইদেউ নেতৃত্বত শইকীয়া বাইদেউ, জোনটিক ছাত্ৰীৰ থকা ৰুমৰ সংলগ্ন ৰুমটোত থকাৰ ব্যৱস্থা কৰা হ'ল। সকলো ছাত্ৰ-ছাত্ৰীয়ে নিজৰ নিজৰ ৰুমত আনন্দ, স্ফুৰ্তি উপভোগ কৰিলে। আমিয়ো মাজে মাজে ছাত্ৰ-ছাত্ৰীসকলৰ ৰুমলৈ গৈ সিঁহতক নিৰিক্ষণ কৰিলো। প্ৰায় ১০-৩০ মান বজাত হৰেণৰ ঘৰলৈকে যোৱাৰ সিদ্ধান্ত কৰি হৰেণ আৰু মই গুচি গ'লো। হৰেণৰ ঘৰ সত্ৰৰ পৰা প্ৰায় ১½ কিঃমিঃ মানহে হ'ব। হৰেণৰ ঘৰত হাত মুখ ধুই শুবলৈ চেষ্টা কৰিলো। ইমান ভাগৰ লাগিল বিছনাত পৰাৰ লগে লগে ক'বনোৱাৰাকৈ টোপনীত ঢলী পৰিলো। তেতিয়া ৰাতি সময় প্ৰায় ১২-৩০ মান হৈছে। মোবাইলটো বহু দেৰি বাজি আছে। হঠাৎ টোপনীৰ পৰা সাৰ পাই Call টো Receive কৰিলো। সাৱিত্ৰী বাইদেউৰ Call। লৰাবোৰে অলপ হুলস্থুল কৰিছে। গতিকে আমি যাব লাগে। লগে লগে হৰেণ আৰু মই অস্বস্তিৰ স্বত্বেও গুচি গ'লো। ডিচেম্বৰ মাহৰ ঠাণ্ডা নিশা; মটৰ চাইকেলৰ লাইটৰ পোহৰে কুঁৱলি ভেদ কৰিব পৰা নাই। অতিপাত ঠাণ্ডাই হাত মুৰ একেবাৰে চেঁচা কৰি তুলিছে। ল'ৰাবোৰৰ ওপৰত যথেষ্ট খং উঠিছে। তথাপিও মটৰ চাইকেলখন লাহে লাহে চলাই আছো। Guest House নোপোৱাৰ আগতে বাইকখন বন্ধ কৰি লাহে লাহে Guest House ৰ সন্মুখলৈ গৈ থাকিলো। সচাঁকৈয়ে সংস্কৃত টোলত থাকিবলৈ দিয়া লৰাবোৰে ঠাণ্ডা পাইছে আৰু সিহঁতে অলপ হুলস্থুল কৰিছে। অৱশ্যে সিহঁত গোটেইবোৰে একেলগে থকাৰ সুবিধা পাই অকনমান স্ফুৰ্তি, আনন্দ কৰাটো স্বাভাৱিক। সিহঁতে নাজানে মাজুলীত যে এনে এটা পৰিৱেশ নাই। লগে লগে মই আৰু হৰেণে সিহঁতৰ ৰুমলৈ সোমাই গ'লো আৰু পৰিস্থিতি বুজ ল'লো। তাৰ পাছত সিহঁতক সকলো বুজাই দি হুলস্থুল নকৰি শুই থাকিবলৈ ক'লো। লগে লগে সিহঁতৰ ওচৰৰ পৰা গুচি আহি সাৱিত্ৰী বাইদেউক লগ কৰিলো। সেই সময়ত বাইদেউৰ হৃদযন্ত্ৰৰ স্পন্দন প্ৰায় ছেকেণ্ডত উৰ্দ্ধগামী সেয়েহে বিষয়টো গুৰুত্ব বুজি Guest House ৰ তত্বাৱধায়ক থকা Room টোকে ঠিক-ঠাক কৰি ৰাতিটো তাতে থাকিলো। ল'ৰাবোৰও শুই পৰিল।

পুৱা ৰঙা চাহ-কাপ Guest House তে খাই ছাত্ৰ-ছাত্ৰীসকলৰ সৈতে Breakfast ৰ কাৰণে নিৰ্দিষ্ট হোটেলখনলৈ যাত্ৰা কৰিলো। হোটেলত Breakfast কৰি যাত্ৰা কৰিলো গড়মূৰ সত্ৰলৈ। গড়মূৰ হৈছে মাজুলী সদৰ ঠাই। গড়মূৰলৈ যাওঁতে ডৱিয়া ডুবি পাৰহৈ যাব লাগে। 'ডৱিয়া ডুবি' অৰ্থাৎ জুবিনৰ মা-জু-লীত এজনী ছোৱালীয়ে দুখ পালে গানৰ 'ডৱিয়া ঘাট'। ৰাস্তা ভালেই। গড়মূৰ ঠাইডোখৰ খুব পৰিস্কাৰ। গড়মূৰ সত্ৰ পোৱাত ছাত্ৰ-ছাত্ৰীসকলে সত্ৰলৈ প্ৰৱেশ কৰিলে। সত্ৰখন আন সত্ৰখনতকৈ ধুনীয়া আৰু আধুনিক। আমি সত্ৰাধিকাৰক লগ কৰাত সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে আমাৰ মহাবিদ্যালয়ৰ পৰা পাছ কৰা বুলি ক'লে। তেখেতে আমাক সকলোকে একেলগে নীতি শিক্ষা আৰু ধৰ্ম-নীতিৰ ওপৰত একোটা গুৰুত্বপূৰ্ণ আলোচনা আগবঢ়ালে। সকলোৱে সত্ৰাধিকাৰ প্ৰভু-ঈশ্বৰক সেৱা জনায় পুনৰ যাত্ৰা কৰিলো দক্ষিণপাট সত্ৰলৈ। এই সত্ৰলৈ যাওঁতে আকৌ কমলাবাৰী চাৰি-আলি পাৰ হৈ যাব লাগে। গতিকে আমাৰ বন্দোৱস্তী হোটেলখনত খাদ্য গ্ৰহণ কৰি দক্ষিণপাটলৈ ৰাওনা হ'লো। দক্ষিণপাটলৈ কমলাবাৰীৰ পৰা প্ৰায় ১৮-২০ কিঃমিঃ। ৰাস্তা ঠেক আৰু খলা-বমা হোৱাৰ বাবে বাছ দুখন লাহে লাহে যায় মানে বহু সময় লাগে। গতিকে দক্ষিণপাট সত্ৰ পাওঁতে প্ৰায় ২-৩০ মান হৈছিল। সত্ৰখন যথেষ্ট পুৰণি। সত্ৰৰে এজন ভকতক সত্ৰখনৰ বিষয়ে জানিব বিচৰাত সত্ৰখনৰ বয়স ৩৫৩ বছৰ বুলি ক'লে। সত্ৰখনৰ মণিকুটটো ডাঙৰ ডাঙৰ কাঠৰ খুটাৰে নিৰ্মিত। তাতো চাৰিওফালে চাৰি হাতিৰ ওপৰত বঢ়াবোৰত ভকতসকল থাকে। ভকত সকলক আটৈ বুলি সম্বোধন কৰে। সত্ৰৰ সংগ্ৰহালয়ত যথেষ্ট পুৰণি হাতীদাঁত, অলংকাৰ আৰু বিভিন্ন পুৰণী সামগ্ৰী আছে। প্ৰতিবছৰৰ বানপানীয়ে এই সত্ৰখনক বাৰুকৈয়ে আঘাত সানে। সেই কাৰণে এই সত্ৰখন আন সত্ৰসমূহৰ তুলনাত দুৰ্বল যেন লাগে। সত্ৰখন চোৱাৰ পাছত আমি কেইবাজনো ভকতৰ লগত সত্ৰখনৰ বিষয়ে কিছু কথা পাতিলো। দক্ষিণপাট সত্ৰখনৰ বিশেষ তাৎপৰ্য্য আছে। দক্ষিণপাটতে আমাৰ আবেলি হৈছিল। ঠাণ্ডা দিনবোৰ সাধাৰণতে ছুটি। তেতিয়াও আমাৰ চামগুৰি সত্ৰ, বেঙেনাআটি সত্ৰলৈ যাবলৈ আছেই। সকলোৱে অলপ খৰ-ধৰ কৰি এই কেইখন সত্ৰলৈ যাত্ৰা কৰিলো। এই সত্ৰকেইখন পৰিদৰ্শন কৰি কমলাবাৰী পাওঁ মানে সন্ধ্যা হৈছিল। ঠাণ্ডাও যথেষ্ট অনুভৱ কৰিছো। খুউব ৰঙা চাহ একাপৰ প্ৰয়োজন হোৱাত সকলোৱে কমলাবাৰীৰ আমাৰ নিৰ্দিষ্ট হোটেলখনত চাহ খাই কমলাবাৰী সত্ৰৰ Guest House লৈ ৰাওনা হ'লো। Guest

House ত সকলোৱে Fresh হৈ আমি, মানে মৃণাল, প্ৰদীপ দা, হৰেণ, সাবিত্ৰী বাইদেউ, শইকীয়া বাইদেউ, জোনটি সকলোৱে একেলগে ৰঙা চাহ খাই অলপ জমনী কৰি হাহি-স্ফুৰ্তি কৰিলো।

মাজুলীত এই দুদিনত আমি সকলোৱে অন্য কথা পাহৰি পেলাইছিলো। অকল এটাই আলোচনা ইয়াৰ পাছত ক'ত যাবো? সাবিত্ৰী বাইদেউ Seriousness ক মাজে মাজে হাস্য-ৰসত পৰিণত কৰিছিলো। মাজে মাজে মানুহগৰাকীৰ হৃদযন্ত্ৰ হেনো স্তব্ধ হৈ যাব বিচাৰে যেতিয়া আমি কেইটা অলপ আতৰি যাওঁ। আকৌ আমি কেইটা যেতিয়া ওচৰ পাওঁহি, বাইদেউ হৃদযন্ত্ৰটো লাহে লাহে স্বাভাৱিক হ'বলৈ ধৰে। কি যে বাইদেউৰ হৃদযন্ত্ৰৰ অৱস্থা.......! শইকীয়া বাইদেৱেও কথাৰ মাজে মাজে যথেষ্ট ৰসিকতা কৰিছিল। ভাল লাগিছিল দিন কেইটা। শাৰিৰীক ভাৱে কষ্ট হৈছিল যদিও এই আনন্দই সকলো পাহৰাই পেলাইছিল।

সময় তেতিয়া সন্ধ্যা ৮-৩০। পাহৰিয়ে পেলাইছিলো সময়ৰ কথা। ঘড়ীটো চোৱাতহে গম পালো। ছাত্ৰ-ছাত্ৰীসকলক ৰাতি সাজ খোৱাৰ কাৰণে Ready হ'বলৈ কৈ বাছলৈ যাবলৈ ক'লো। কমলাবাৰী সেই আমাৰ নিৰ্দিষ্ট হোটেলখনলৈ। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা যথেষ্ট হোৱাৰ কাৰণে হোটেলখনত দুটা Group কৰি খোৱাৰ ব্যৱস্থা কৰি একেবাৰে শেষত আমি কেইটায়ে খালো। খোৱা-বোৱা শেষ কৰি Guest House লৈ আহিলো।

সেইদিনা আমাৰ আছিল মাজুলীত দ্বিতীয় তথা শেষ নিশা। দিনটো ঘুৰি-ফুৰি ভাতকেইটা খোৱাৰ অন্তত ভাগৰ লাগিছিল। ভাগৰি পৰিছিলো সেইদিনা। সেইকাৰণে আমি সকলোৱে Room ঠিক-ঠাক কৰি সোনকালে শোৱাৰ দিহা কৰিলো। মাজুলীত দ্বিতীয় নিশা শেষ হোৱাৰ পাছত তৃতীয় পুৱাৰ আৰম্ভ হ'ব। পুৱাৰ কুৱঁলীয়ে ৰ'দজাকক বাধা দি দিনটোৰ বয়স কমাবলৈ চেষ্টা কৰিব। তথাপিও সূৰুযে নিজৰ শক্তিৰে ৰ'দৰ জন্ম দিব। পুৱা ৭-৩০ হ'ব। মাজুলীৰ পৰা লুইতৰ বুকু ভেদি বগা বগা বালি চাপৰিৰ মাজে মাজে ফেৰিখনে আমাক বৰ আলফুলে নিমাতিলৈ লৈ যাব। ৰঙা বাছ দুখন নিমাতিত ছাগৈ ৰখি আছে .........। ❖❖

---

# এইবাৰৰ অলিম্পিকৰ বিষয়ে কিছু বতৰা

**মিতালী কোঁৱৰ**
স্নাতক তৃতীয় বৰ্ষ

১। ৮/৮/২০০৮ ত চীনৰ বেইজিং চহৰত অনুষ্ঠিত হোৱা অলিম্পিকখন আধুনিক ভাৱে হোৱা অলিম্পিকসমূহৰ ভিতৰত ২৯তম অলিম্পিক।

২। ইয়াত অনুষ্ঠিত হোৱা খেল প্ৰতিযোগিতাবোৰ -
পুৰুষৰ খেল - ১৬৫ খন
মহিলাৰ খেল - ১২৭ খন
পুৰুষ-মহিলাৰ মিহলি খেল - ১০ খন
মুঠ - ৩২০ খন।

৩। খেল প্ৰতিযোগিতা অনুষ্ঠিত কৰা ঠাইবোৰৰ মুঠ সংখ্যা ৩৭ খন (তাৰে ৩১ খন ঠাই বেইজিংৰ ভিতৰত)

৪। ২০০৪ চনৰ গ্ৰীচৰ এথেন্স চহৰত অনুষ্ঠিত হোৱা শেষৰখন অলিম্পিকত চীনে আমেৰিকাতকৈ চাৰিটা সোণৰ পদক কম পাইছিল। আমেৰিকাই পোৱা সোণৰ পদকৰ সংখ্যা আছিল ৩৬ টা আৰু চীনৰ পদকৰ সংখ্যা আছিল ৩২ টা।

৫। বেইজিংত অলিম্পিক অনুষ্ঠিত হোৱা 'বাৰ্ডছ নেষ্ট' বা 'চৰাইৰ বাহ' নামৰ ষ্টেডিয়ামত অনুষ্ঠিত হোৱা উদ্বোধনী অনুষ্ঠানটোৰ মুঠ খৰচ এশ মিলিয়ন ডলাৰ।

৬। এইবাৰ অলিম্পিক অনুষ্ঠান পাতিবৰ বাবে খৰচ হৈছে প্ৰায় তিৰাল্লিশ বিলিয়ন ডলাৰ। ২০০৪ চনৰ এথেন্স চহৰত হোৱা অলিম্পিকৰ বাবে পোন্ধৰ বিলিয়ন ডলাৰ ধন খৰচ হৈছিল।

৭। এইবাৰ উদ্বোধনী অনুষ্ঠানত ১৫,০০০ (পোন্ধৰ হাজাৰ) জনে অংশগ্ৰহণ কৰিছিল।

৮। এইবাৰ অলিম্পিকত স্বেচ্ছাসেৱকৰ সংখ্যা হ'ল পাঁচ লাখ।

৯। বিশ্বৰ ২০০ (দুশ) খন দেশৰ পৰা ২১,৬০০ (একৈশ হাজাৰ ছশ) জন খেলুৱৈয়ে এইবাৰৰ অলিম্পিকত ভাগ লৈছিল।

১০। বাইজৰ মাজত বিক্ৰী হোৱা টিকটৰ সংখ্যা প্ৰায় ৭ (সাত) নিযুত।

১১। চীন দেশৰ খেলুৱৈসকলৰ বাবে পতাকা বহন কৰা খেলুৱৈজনৰ নাম য়াও মিং। তেওঁ এজন বাস্কেট বল খেলুৱৈ। তেওঁৰ উচ্চতা হ'ল ৭ ফুট ৬ ইঞ্চি।

১২। ভাৰতবৰ্ষৰ খেলুৱৈসকলৰ বাবে পতাকা বহন কৰা খেলুৱৈজনৰ নাম ৰাজ্যবৰ্দ্ধন সিং ৰাথোৰ। তেওঁ শুটিং প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল।

# এখন নিলিখা চিঠি

জোনটি পাটৰ
প্ৰৱক্তা, অসমীয়া বিভাগ

ৰহস্যময়ী জালুকবাৰী। সুবিশাল আকাশৰ তলত শাৰী শাৰী ইষৎ ৰঙা কৃষ্ণচুড়াবোৰ। তাৰ মাজে মাজে বিচৰণ কৰি ফুৰে দূৰ দূৰণিৰ পৰা পৃথিৱীৰ অযুত ৰঙীন সপোন বুকুত বান্ধি থৈ অহা প্ৰেমিক চৰাইবোৰে। এই কৃষ্ণচুড়াবোৰেই যুগ যুগ ধৰি নীৰৱ সাক্ষী হৈ ৰৈ আছে সিহঁতৰ যৌৱনৰ প্ৰেম-অপ্ৰেম, বিশ্বাস-অবিশ্বাস, সুখ-দুখ, হাঁহি-কান্দোন আৰু বন্ধুত্বৰ এনাজৰী। এই ৰহস্যময়ী জালুকবাৰীতেই চিনাকী হোৱাৰ সুযোগ পাইছিলো মোৰ আটাইতকৈ মৰমৰ বন্ধু জহিৰুলক। যাক মই মিঞা বুলি সম্বোধন কৰিলেও কেতিয়াও অসন্তোষ হোৱা দেখা নাছিলো। যাৰ লগত পৃথিৱীৰ সমস্ত কথা, সমস্ত সমস্যা ব্যক্তিগতই হওঁক বা আন কিবাই হওঁক সকলোবোৰ কোনো সংকোচবোধ নোহোৱাকৈ আৱৰণ খুলি কথা পাতিব পাৰিছিলো। দুয়ো University ৰ মাৰ্কেট, পানবজাৰ, ফেন্সিবজাৰ, পল্টনবজাৰ মন গ'লেই ঘুৰ্মুটিয়াই ফুৰিছিলো। University লাইব্ৰেৰীত কিতাপ বিচাৰি, ঘামুণীমৈদামত পুৰণা কিতাপৰ সুগন্ধ বিচাৰি হায়ৰাণ হৈ ফুৰিছিলো আৰু কৃষ্ণচুড়াৰ নগৰীত প্ৰেমাৰ্ত যৌৱনবোৰ দয়ো নীৰৱে প্ৰত্যক্ষ কৰি ৰহস্যময় সন্ধিয়াবোৰ উপভোগ কৰিবলৈ ফুটপাথেৰে খোজ কাঢ়িছিলো। উপেন চাৰৰ ক্লাচত একো বুজি নাপালে দুয়ো বহীত বাক্য লিখি লিখি কথা পাতিছিলো। জালুকবাৰীৰ দু বছৰীয়া এই মিঠা স্মৃতিবোৰ আজিও হৃদয় জুৰি চিৰসেউজ হৈ জীয়াই আছে। সময়বোৰ গতিশীল, পৃথিৱী পৰিবৰ্তনশীল। পাখি লগা কাড়ৰ দৰেই সময়বোৰ কেনি উৰি যায় ধৰিবই নোৱাৰি। সেই জহিৰুলৰ লগত বিচ্ছেদ হোৱাই আজিলৈ চাওঁতে চাওঁতে চাৰি বছৰেই অতিক্ৰম হ'বৰ হ'ল। তথাপি সেই দিনবোৰ মানস পটত পুৰাৰ নিয়ৰত সজীৱ হৈ থকা আহিনৰ দুবৰি বনৰ দৰেই সজীৱ হৈ আছে। সঁচাকৈয়ে বন্ধুত্ব এনেকুৱা এটা সম্পৰ্ক— যাৰ অনুপস্থিতিৰ সত্বেও উপস্থিতি অনুভৱ হয়, অভাৱৰ মাজত থাকিলেও ঐশ্বৰ্য্যশালী হৈ থকা যেন লাগে আৰু দুৰ্বল স্বত্বেও সবল অনুভৱ কৰিব পাৰি বুলি ক'ৰবাত পঢ়া মনত আছে। বৰ্তমান বিয়া বাৰু কৰাই সি তাৰ সংসাৰৰ আউল মৰাত ব্যস্ত আৰু মইও বিয়া হৈ মোৰ সংসাৰ চম্ভালাত ব্যস্ত হৈ পৰিলো। আজিকালি মোবাইল যুগত আমি দুয়ো অসমৰ ইমূৰত এটা সিমূৰত এটা থাকিও দয়ো দুয়োৰে ভাল বেয়াৰ খবৰবোৰ পাই থাকো। তথাপি কেতিয়াবা কেতিয়াবা পুৰণি স্মৃতিবোৰ ৰোমন্থন কৰি কৰি তালৈ এখন চিঠি লিখাৰ তাড়না খুবেই অনুভৱ কৰো। University ত থাকোতে দুয়োটাই সদায় একেলগে থাকি কথা পাতো যদিও মাজে মাজে চিঠি লিখিও দুয়োটাই মনৰ ভাৱ আদান প্ৰদান কৰো।

বিদায়! সঁচাকৈয়ে মৰ্মান্তিক। সি চিৰবিদায়ে হওঁক বা ক্ষন্তেকীয়া বিদায়েই হওঁক। পঢ়া শেষ কৰি যেতিয়া পইচাৰ নাটনিৰ কাৰণে সি ঘৰলৈ সোনকালে ঘূৰি যাবলৈ ওলাইছিল সেই দিনটোৰ বেদনাদায়ক অনুভৱৰ কথা মনত পৰিলে মোৰ আজিও কেনেবা কেনেবা লাগে। সি "যাওঁগে" বুলি কোৱা মৰ্মান্তিক কথাষাৰ শুনিম বুলি ভাবিয়েই হোষ্টেলৰ ফোনটো নাবাজিবলৈ ভগৱানক সহস্ৰবাৰ প্ৰাৰ্থনা কৰিছিলো। কিন্তু তথাপিও অৱশেষত সেই অনাকাংক্ষিত ফোনটো আহিছিল। ৰিচিভাৰটো হাতত লৈ মই বেদনাত মুক হৈ পৰিছিলো। সমস্ত পৃথিৱীখন অনুকাৰ হৈ যোৱা যেন অনুভৱ কৰিছিলো। মোৰ দৰে তাৰো একেই অৱস্থা। বিদায়ৰ শেষ বাণীষাৰ সি প্ৰকাশ কৰিবলৈ ভাষা বিচাৰি পোৱা নাছিল। সি নথকা শূন্য জালুকবাৰীখনৰ নিঃসঙ্গতাই মোক ভৰিৰ পৰা মূৰলৈকে গ্ৰাস কৰি নিঃশেষ কৰি পেলাব বুলি ভয় লাগিছিল। থোকা থুকি মাতেৰে শেষত দুয়ো মাহে মাহে চিঠি লিখিম বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈছিলো। সঁচাকৈয়ে এয়া হয়তো সময়ৰে আহ্বান। পৰিৱৰ্তনশীল সময়ৰ থেকেচেনিত পৰি বৰ্তমান তাৰ সংসাৰক লৈ দৰিদ্ৰতাৰ সতে সংগ্ৰাম কৰি কৰি চিঠি লিখাৰ মানসিকতা হয়তো সি হেৰুৱাই পেলাইছে আৰু মইয়ো বৰ্তমান মোৰ সংসাৰ, চাকৰি আদিক লৈ ব্যস্ত হৈ পৰিলো। সেয়ে চিঠি লিখাৰ প্ৰতিশ্ৰুতি এতিয়ালৈকে দুয়োটাই পালন কৰিবলৈ সক্ষম হোৱা নাই। তথাপি মাজে মাজে তালৈ চিঠি লিখা কথাটো নভৰা নহয়। আজি দেওবাৰ। সেয়েহে ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি উঠি ১টামান বজাত ভাত খাই আজৰি হৈ পঢ়া টেবুলত বহিলোহি তালৈ এখন চিঠি লিখিম বুলি। বহী-কলম সাজু কৰি মন আৰু মগজু এক কৰি ল'লো। কি লিখিম একো ভৱা নাই। মুঠতে চিঠি এখন লিখিম। "প্ৰিয় বন্ধু" বুলি লিখি চিঠিখন আৰম্ভ কৰিবলৈ ল'লো। কিনো লিখিম, যেতিয়াই মন যায় তেতিয়াই দেখো তাৰ লগত কথা পাতো। লিখিবলগীয়া আৰুনো কি বেলেগ কথা থাকিব পাৰে। তেতিয়াহ'লে কি লিখিম। ভাৱি ভাবি অলপ নিৰাশেই হ'লো। তথাপি চিঠি এখন লিখাৰ মানসিকতা হেৰুৱাবলৈ এই মুহূৰ্ত্তত মন নগ'ল। কলমটো হাতত লৈ অলপ সময় আকাশ-পাতাল ভাবি ললো। লিখিবলগীয়া কথাখিনি মনতে এহালৰ পৰা জুকিয়াবলৈ আৰম্ভ কৰিলো। প্ৰথমে লিখিম বৰ্তমান মই মোৰ সংসাৰকলৈ কিমান সুখী। সেই মুহুৰ্ত্ততেই হোমেন বৰগোহাঁইৰ এষাৰ কথা মনত পৰিল। পুৰুষেই হওঁক বা নাৰীয়েই হওঁক সম্পূৰ্ণ ভাৱে

সুখী হ'বলৈ মানুহক শাৰীৰিক, আবেগিক আৰু বৌদ্ধিক এই তিনিও প্ৰকাৰে তৃপ্ত হোৱাৰ প্ৰয়োজন। এই তিনিও প্ৰকাৰৰ কোনো প্ৰকাৰেই দেখো অতৃপ্ত হোৱা যেন মোৰ অনুভৱ নহয়। মনৰ পছন্দৰ এজন ভাল ব্যৱসায়ী স্বামী পাইছো। সুখী হ'বৰ জোখৰেই ঐশ্বৰ্য্যশালী এখন ঘৰ পাইছো। মাৰ দৰে মৰম কৰা এগৰাকী শাহু পাইছো। তদুপৰি মনৰ সন্তোষ্টি লভিব পৰাকৈ নিবনুৱা হৈ নাথাকি ময়ো স্কুলত বিষয় শিক্ষয়ত্ৰীৰ চাকৰিত ব্যস্ত। সুখী হ'বলৈ মানুহক আৰু ইয়াতকৈ বেছি কিবা প্ৰয়োজন হ'ব বুলি মনে নধৰে। চাকৰিৰ তাগিদাত পৰি স্বামীৰ সংগ-সুখৰ পৰা বহু দূৰ আতৰি থাকিব লগা হোৱাৰ বাবেই মাজে সময়ে নিঃসংগতাত নুভোগা নহয়। সেইবাবে মুকলি হৈ থকা নীলা আকাশখনৰ ফালে চাবলৈ মোৰ ভয় লাগে, কিজানি সেই নিঃসংগতাই মোক বেছিকৈ আগুৰি অস্তিত্বহীন কৰে। নিজকে কেতিয়াবা প্ৰশ্ন কৰো চাৰিওদিশৰ পৰা ঐশ্বৰ্য্যশালী হ'লেও আচলতে মই কিমান সুখী হ'ব পাৰিছো। আচল অৰ্থত যাক সুখ বুলি কোৱা হয় সেই সুখ মই পাইছোনে? ভাত খাবলৈ যেতিয়া থালখন আগত লৈ বহো সেই সময়ত পৃথিৱীৰ সমস্ত নিঃসংগতাই মোক আগুৰি ধৰে। নিজৰ জীৱনটোৰ প্ৰতি প্ৰচণ্ড বিতৃষ্ণা জাগে। লগে ভাগে খোৱাৰ আনন্দময় দিনবোৰৰ কথা মনলৈ আহি ভাত খোৱাৰ উৎসাহ স্তিমিত হৈ পৰে। সকলো থাকিও অকলশৰীয়াকৈ এনেকৈ খাবলগা হোৱা, অনাকাংক্ষিত একাকীত্ব জীৱন সাৰটি ল'ব লগীয়াৰ সমান দুখ আৰু জীৱনত কিবা থাকিব পাৰে জানো। সকলোৱেইতো আছে। মোৰ মা-দেউতা, ভাইটি-ভন্টি, মোৰ স্বামী, শাহু, ননদ এই সকলোবোৰ থকা স্বত্বেও একাকীত্ব জীৱন অতিবাহিত কৰাটো কিমান বেদনাদায়ক এই কথাটো ভুক্তভোগীয়েহে হয়তো অনুভৱ কৰিব পাৰে। সেয়েহে ভাত খোৱাৰ সময়ত মানুহজন যদি ব্যস্ত হৈ নাথাকে তেওঁৰ লগত কথা পাতি পাতি ভাত খাওঁ নতুবা টিভিটো লগাই লওঁ নতুবা ডেগ্‌টোত গান লগাই ভাত খাওঁ। সন্ধিয়াৰ সময়কণ মোৰ বাবে নাযায় নুপুৱায়। ছাঁদত বহি তৰাভৰা সন্ধিয়াৰ আকাশখনৰ লগত মিতিৰালি কৰিবলৈ ভাল পাওঁ কিন্তু আকাশৰ বিশালতাই যদি গ্ৰাস কৰি মোক নিঃশেষ কৰি পেলায় সেই ভয়ত সেই সৌন্দৰ্য্য উপভোগ কৰাৰ পৰা বিৰত হওঁ। আকৌ ৰাতি কেতিয়াবা টোপনিতে যেতিয়া চক্ খাই উঠো, বেয়া সপোন দেখি ভয় খাও সেই সময়ত কাৰোবাৰ অনুপস্থিতিৰ কথা বাৰুকৈয়ে অনুভৱ হয় আৰু জীয়াই থকাৰ হেপাহকণ স্তিমিত হৈ পৰে। সেই মুহূৰ্ত্তত কাৰোবাৰ সামান্য এষাৰ মাততেই হয়তো জীৱনৰ অমীয়া মাধুৰী বিচাৰি পালোহেতেন। মানুহজন যদি লগত থাকিলহেতেন সেই মুহূৰ্ত্তত নিশ্চয় বুকুৰ মাজত সোমোৱাই সান্তনা দিলেহেতেন। এনেধৰণৰ ক্ষনিকৰ আনন্দইও মানুহক জীৱাই থকাৰ সম্বল যোগাব পাৰে জীয়াই থকাৰ অফুৰন্ত প্ৰেৰণা হ'ব পাৰে। কিন্তু এনেবোৰ ক্ষণিকৰ আনন্দৰ পৰাও মই বঞ্চিত। কেতিয়াবা নিজৰ ওপৰতেই খং উঠে, অভিমান কৰিবলৈও ওচৰত কাকো নাপাও। কেতিয়াবা চাকৰি-বাকৰি এৰি থৈ মানুহজনৰ ওচৰলৈ গুচি যাবলৈ মন যায়। যিখিনি মূহুৰ্ত্তত মৰমৰ মানুহবিলাকৰ মাজত থাকি জীৱনৰ আনন্দবোৰ উপভোগ কৰিবলৈ মন যায় সেই মূহুৰ্ত্তত যদি কাকো নাপাও তেতিয়াহলে এনে জীৱনৰ সাৰ্থকতা ক'ত। এনেকৈয়ে দেখোন জীৱনৰ অমূল্য সময়বোৰ মোৰ জীৱনৰ পৰা হেৰাই যাব। যিবোৰ সময় জীৱনত দ্বিতীয়বাৰৰ বাবে ঘুৰাই নাপাও। বেমাৰ আজাৰ হ'লে "পানী এগিলাচ খাও" বুলি কবলৈও কাৰোবাক ওচৰত নাপাও, জ্বৰ হলে কপালত এখন মৰমৰ কোমল হাতৰ স্পৰ্শৰ পৰা বঞ্চিত। এনে সময়ত অসহায়বোধৰ যন্ত্ৰণাই জ্বৰৰ যন্ত্ৰণা বঢ়াই তোলা জীৱন জানো এনেকুৱা হ'ব পাৰে? কোনোবা বিখ্যাত পণ্ডিতে কোৱা এষাৰ কথা খুবেই মনত পৰিছে এই মূহুৰ্ত্তত জীৱন বুলি কলেই কেৱল খাই বৈ জীয়াই থকাটোহে নুবুজায়। মানৱ মনৰ ইচ্ছা আকাংক্ষাবিলাক সু-পথেৰে পৰিচালিত কৰি বিভিন্ন ইন্দ্ৰিয়সমূহক কাৰ্য্যক্ষম কৰাই মনৰ অনুভূতিবোৰৰ বিকাশেৰে মানবীয় গুণ সম্পন্ন হৈ চলাটোহে প্ৰকৃত জীৱন। তেতিয়াহলে মই বাৰু কেনেধৰণৰ জীৱন যাপোন কৰি আছো। মোৰ জীৱনত পোৱাৰ সংখ্যাতকৈ নোগোৱাৰ সংখ্যা বহুত বেছি। মোৰ দৰে আন কোনোবাই এনে জীৱনৰ প্ৰতি বিতৃষ্ণা, ঘৃণা অনুভৱ কৰেনে বাৰু? সামান্য কেইটামান টকাৰ বিনিময়ত যাৰ জীৱনৰ পৰা জীৱনৰ ক্ষণিকৰ আনন্দবোৰো কালৰ বুকুত হেৰাই গৈছে। মোৰ মনৰ ইচ্ছা-আকাংখাবোৰৰ তেতিয়াহ'লে মূল্যই বা ক'ত? আজিকালি বোমা বাৰুদৰ কোলাহলৰ যুগত ক'ত কেতিয়া অঘটন বয় একো ঠিক নাই, যদি মোৰো কেতিয়াবা......। দুখৰ ৰাতিবোৰ হেনো নাযায় নুপুৱায় তেতিয়াহলে জীৱনটো আচলতে খুবেই চুটি নেকি? সুখৰ দুখৰ সমষ্টি জীৱনটো কেৱল মাত্ৰ দুখঃ বেদনাবোৰৰ বাবেহে দীঘলীয়া হয় নেকি বাৰু?? জীৱনত দুখ আছে কাৰণেই চাগৈ সুখৰ কাৰণে মানুহ ইমান বলিয়া। এন্ধাৰ আছে বাবেই কিজানি পোহৰৰ উজ্জ্বলতা মানুহৰ প্ৰিয়। শীতৰ পিছত বসন্ত নমাৰ দৰে। ৰাতিৰ পিছত দিন হোৱাৰ দৰে মোৰ জীৱনলৈও তেতিয়াহলে এই দুখবোৰৰ পিছত অনাগত দিনবোৰত সুখৰ মুখ দেখাৰ আশা কৰিব পাৰো নেকি? কিন্তু আৰু কিমানদিন অপেক্ষা কৰিব লাগিব?? সিমান দিনলৈকে যদি মোৰ জীৱনৰ বহু অমূল্য সময় গুচি যায়, তেতিয়া??? এইবোৰ কথা ভাবি থাকোতেই হঠাৎ কলিং বেলটো বাজিল। চিঠিখন দেখোন লিখাই নহ'ল। দুৱাৰ খুলিবলৈ গৈ অবাক হৈ গ'লো। খবৰ খাটি একো নিদিয়াকৈ স্বয়ং মোৰ মানুহজন দুৱাৰ মুখত হাজিৰ। হাঁহি মাৰি সাবটি ধৰি সুধিলে ...... না। প্ৰচণ্ড অভিমানত মোৰ মুখ উদণ্ডি উঠিল। কাগজ কলম সামৰি তেওঁক মুখ হাত ধুবলৈ কৈ মই পাক-ঘৰত ব্যস্ত হ'লো। ঘড়ীটো চাই দেখো ইতিমধ্যে ৪.০০ বাজিল। ΩΩΩ

# অদৃষ্টৰ পৰিহাস

**নাছিমা বেগম**
স্নাতক তৃতীয় বৰ্ষ

অসম আৰ্হিৰ প্ৰকাণ্ড ঘৰটোৰ বাৰাণ্ডাখনৰ আৰামী চকীখনত ভৰিকেইটা মেলি বহি আছে প্ৰদীপ চলিহা। ঘৰখন বৰ্তমান জনপ্ৰাণী শূন্য। সকলোবোৰ নিজ নিজ কামত ব্যস্ত। নগ'লে জানো হ'ব, এই যান্ত্ৰিকতাৰ যুগত কোনে বাৰু কালৈ বৈ থাকিব। তেখেতৰ সন্মুখৰ আলিবাটেৰে পাৰ হৈ গৈছে কেইটামান স্কুলীয়া ল'ৰা-ছোৱালী তেতিয়াহে তেখেতৰ মনত পৰিল আজি যে শনিবাৰ। ঘৰৰ ভিতৰত সোমাই থাকোতে দিন বাৰ সকলো পাহৰিছে। নিজৰ অজানিতেই মুখৰ পৰা ছেঃ শব্দটো ওলাই আহিল। তেখেতৰ মনত অতীতটোৱে অগা-দেৱা কৰিবলৈ ধৰিলে। অকলশৰীয়া মূহূৰ্তবোৰত প্ৰায়েই এনেকুৱা হয়।

আজিৰ ৬৭ বছৰীয়া চলিহা তেতিয়া চফল ডেকা। বংশ, মৰ্য্যাদা, সবল অৰ্থনীতি সকলোফালৰ পৰাই চলিহা পৰিয়াল আছিল লেখত ল'বলগীয়া। যি সময়ত চুবুৰীৰ ল'ৰাবোৰে মটৰ গাড়ী আহিলে চাবলৈ দৌৰাদৌৰি লগাইছিল, সেই সময়তে তেওঁলোকৰ চোতালত আহি বৈছিলহি এখন ফিয়েট গাড়ী। প্ৰদীপ চলিহাৰ দেউতাক প্ৰয়াত মৌজাদাৰ জয়ন্ত চলিহাৰ নাছিল একোৰে অভাৱ। যৌৱনে সকলোৰে চকুত ফাগুন ছটিয়াই, প্ৰেমৰ ওচৰত হাৰ মানিব লাগে সকলোৱে। প্ৰেমত পৰিলে বংশ-মৰ্য্যাদা, দাম্ভিকতা সকলোৱেই তল পৰি যায়। চহৰত পঢ়িবলৈ যোৱা প্ৰদীপ চলিহাক চহৰীয়া বতাহ জাকে চুব নোৱাৰিলে। কিন্তু পূজাৰ বন্ধত ঘৰলৈ অহা চলিহা এটা সুস্থ মনলৈ হোষ্টেললৈ উভতি যাব নোৱাৰিলে। তেওঁ গাৱঁৰ এটা অতি সাধাৰণ পৰিয়ালৰ কন্যা মানসী নামৰ গাভৰুৰ প্ৰেমত পৰিল। অধ্যয়ন আৰু প্ৰেম সমান্তৰালভাৱে চলি থাকিল। দিন বাগৰিল। ইফালে চলিহা ইউনিভাৰ্ছিটি পাছ কৰি ওলাল। আৰু এখন কলেজত প্ৰৱক্তাৰ পদত যোগ দিলে। হাত দীঘল পিতৃৰ পুত্ৰ, তদুপৰি প্ৰচুৰ মেধাসম্পন্ন চলিহাৰ বাবে চাকৰিৰ অভাৱ হোৱা নাছিল।

সময় আহিল দুটি মন এক হোৱাৰ। দুয়ো দুয়োকে প্ৰতিশ্ৰুতি দিছিল এক হোৱাৰ। চাৰিওফালৰ পৃথিৱীখন আছিল জীন। কিন্তু যেতিয়া বাস্তৱত ৰূপায়িত কৰিব খুজিলে তেতিয়া দুয়ো দেখিলে চাৰিওফালে ধূসৰ। প্ৰচণ্ড ঘৰুৱা আপত্তি। নানা বাধা নেওচি চলিহাই মানসীক নিজৰ কৰি ল'লে। একমাত্ৰ পুত্ৰৰ সবল যুক্তিৰ ওচৰত হাৰ মানিবলগা হ'ল সিংহৰ দৰে পিতৃয়ে। আৰম্ভ হ'ল দুয়োৰে সাংসাৰিক জীৱন। বিয়াৰ এবছৰৰ পিছতেই তেওঁলোকৰ মাজলৈ আহিল পলাশ। তাৰ পাছত নিশিতা। চলিহা দম্পতীৰ এনে লাগিল যেন তেওঁলোকতকৈ এই পৃথিৱীত আৰু সুখী কোনো নাই। ৰশ্যে দুবছৰৰ অগা-পিছাকৈ চলিহাৰ পিতৃ-মাতৃ দুয়ো এই পৃথিৱীৰ পৰা বিদায় মাগিলে। চলিহা দম্পতী উঠি পৰি লাগিল পলাশ আৰু নিশিতাক মানুহ কৰাৰ বাবে। তেখেতলোকৰ সকলো আশা আকাঙ্খা এতিয়া পলাশ আৰু নিশিতাৰ ওপৰতেই। মানুহে হেনো জীৱনটো বিচৰাৰ দৰে নাপায়। কিন্তু ইয়াৰ ব্যতিক্ৰম আছিল চলিহা দম্পতী। তেখেতলোকৰ সপোন তেতিয়া পূৰ্ণ হৈছিল যেতিয়া পলাশে পুনেৰ আই.আই.টি.ৰ পৰা স্নাতক হৈ ওলাইছিল আৰু নিশিতাই উপযুক্ত শিক্ষাৰে শিক্ষিত হৈ এজন সু-পাত্ৰৰ লগত বিয়া হৈ গৈছিল।

মাক-দেউতাকে ভাবিছিল পলাশ ঘৰলৈ ঘূৰি নাহিব। কিন্তু পলাশৰ উপযুক্ত সংস্থাপন হৈছিল ONGC ত। তাৰ অলপ দিনৰ পাছতেই তেওঁলোকে পলাশৰ পছন্দ মতে বিয়া পাতি দিছিল চহৰৰ এগৰাকী সুশিক্ষিতা আধুনিকা যুৱতী, যিগৰাকী আছিল পলাশৰ সহকৰ্মী মালবিকা। আৰু সকলোৱে মৰমৰ মালা। নিশিতাক উলিয়াই দিয়াৰ পাছত ঘৰত হোৱা নিৰ্জনতা মালাই বহুখিনি দূৰ কৰিছিল।

মানুহৰ দিন সদায় একেদৰে নাযায়। তেওঁৰ জীৱনলৈও এদিন অমানিশা নামি আহিল। চলিহাৰ অতি মৰমৰ মানসী এদিন এই পৃথিৱীৰ পৰা বিদায় মাগিল। চলিহাৰ সোঁহাতখন ছিঙি যোৱাৰ দৰে লাগিল। মৃত্যু চিৰ শ্বাশ্বত বুলি জানিও তেখেতে ইয়াক মানি ল'বলৈ টান পালে। তেখেত অতি নিঠৰুৱা হৈ পৰিল সেইদিনা, যিদিনা নিশিতা ঘৰলৈ যাবলৈ ওলাল। নগ'লেতো নহ'ব। তাইৰো এখন শাহু-শহুৰ, জা-ননদে পৰিপূৰ্ণ ঘৰ আছে। তাৰ পাছৰখিনি গতানুগতিক। কিন্তু ৰঙিয়াল চলিহা নিমাত হৈ পৰিল। ইয়াৰ মাজতে পলাশ আৰু মালাৰ মাজলৈ "বুন" আহিল। বুনক পাই চলিহা সামান্য সলনি হ'ল। কেঁচুৱাৰ কলকলনিৰে ঘৰখন মুখৰিত হ'ল। দুখৰ মাজতো সুখৰ বেঙনিৰে ঘৰখন পোহৰাই তুলিলে। কিন্তু আৰম্ভ হ'ল আকৌ আগৰ সেই প্ৰক্ৰিয়া। যেনেকৈ পলাশ আৰু নিশিতাক মানুহ কৰাৰ আশাত তেওঁলোক সকলো দুখ সহিছিল। বিসৰ্জন দিছিল নিজৰ সুখ তেনেকৈয়ে বুনক লৈও সিহঁত ব্যস্ত। তাতে মালা হৈছে চাকৰিয়াল। মালা আধুনীকা হ'লেও তেখেতক অসন্মান কৰে এনে নহয়। যথেষ্ট সন্মান ও শ্ৰদ্ধা কৰে। তথাপি চলিহা সুখী নহয়। কাৰণ তেখেত যে অকলশৰীয়া। বাৰ্ধক্য যেন তেখেতৰ বাবে অভিশাপ। তেখেতে ভাৱে মানুহক বুঢ়া বয়সতহে সঙ্গীৰ প্ৰয়োজন। তেনেতে বাহিৰত পুলিচৰ গাড়ী শব্দ শুনা পাই তেখেত সচকিত হৈ উঠিল। পুলিচৰ গাড়ীত তেখেতৰ ঘৰলৈ

কোন আহিব পাৰে? এজন পুলিচ সোমাই আহি ক'লে যে, তেখেতৰ পো-বোৱাৰী আৰু নাতিৰ আজি চহৰত ঘটা এটা কাৰ দুৰ্ঘটনাত মৃত্যু হৈছে আৰু তেখেত থানালৈ যাব লাগে। চলিহাৰ কাণ কেইখন গৰম হৈ গ'ল। চকুৰে একো নেদেখি ৰালখনতে খুন্দা মাৰিলে। মাত্ৰ তেওঁৰ মনলৈ এটাই প্ৰশ্ন আহিল—

"ভগৱানে মোক ইমান অন্যায় কিয় কৰিলে?" কি দুখ কৰিছিল মোৰ পলাশ, মালাই আৰু কণমানি বুনে?

"ইয়েই ভাগ্য—

যাৰ লগত আমি যুঁজিব নোৱাৰো

হৈ পৰো একো একোটা চাবি দিয়া পুতলা

কল্পনাৰ কাৰেঙত বুটা বাছিব পাৰো

কিন্তু বাস্তৱায়িত কৰিব নোৱাৰোঁ।"

---

<u>ৰস ৰচনা</u>

# লাইন

চৈয়দ আশ্ৰফুল হুছেইন
স্নাতক প্ৰথম বৰ্ষ

"লাইন" শব্দটো আপুনি নিশ্চয় ব্যৱহাৰ কৰিছে আৰু শুনিছেও। যদি "লাইন" শব্দটো আপুনি কেতিয়াও ব্যৱহাৰ কৰা নাই তেন্তে আপুনি মূৰ্খ। যদি কোৱা নাই তেন্তে বোবা আৰু যদি আপুনি শুনাও নাই তেন্তে কলা।

"লাইন" শব্দটো এটা সুমধুৰ শব্দ। লাইন মানে সাধাৰণতে শাৰী পতা। আপুনি যেনিয়েই যায় তেনিয়েই দেখিব ডাকঘৰ, বেংক, ফোনৰ বিল ইত্যাদি অনেক ধৰণৰ বিল দিবলৈ বিভিন্ন ঠাইত লাইন পাতি থকা আৰু আপুনিও নিশ্চয় তাৰে এজন ব্যক্তি। যদি আপুনি কেতিয়াও লাইন পাতি পোৱা নাই তেন্তে বিহুৰ সময়ত মোৰ পৰা চেক্ এখন লৈ বেংকলৈ যাওঁক। তেতিয়াই অনুভৱ কৰিব লাইন শব্দটো কিমান সুমধুৰ।

আপুনি যেনিয়েই লক্ষ্য কৰিব তেনিয়েই দেখিব আজিকালি ডেকা গাভৰু কি ল'ৰাৰ পৰা বুঢ়া সকলোকে লাইন মাৰি থকা। আকৌ বহুতো ডেকা গাভৰুৱে স্কুল কলেজৰ নামত পাৰ্ক, ৰেষ্টুৰেন্ট, নদীৰ পাৰত লাইন মাৰি থকা দেখিব। যি কি নহওঁক, এটা ল'ৰাই এজনী ধুনীয়া, স্মাৰ্ট ছোৱালী দেখিলেতো কথাই নাই, দিঠকত নহ'লেও সপোনতে লাইন মাৰিব। ঠিক তেনেদৰে ছোৱালীয়েও ভাল স্মাৰ্ট, টকা পইচা, বাইক, গাড়ী আদি থকা ল'ৰা দেখিলেও দিঠকত নহ'লেও সপোনতে লাইন মাৰিব।

যি দিনা খেল, ভাল চিৰিয়েল, নাইবা বিশেষ কিবা আকৰ্ষণীয় মনমোহা অনুষ্ঠান থাকে, সেইদিনা আপোনাক লাইনে বাৰুকৈয়ে জুৰুলা দিয়ে। গৰমৰ দিনতো বঢ়িয়া কথা, ক'ববাৰ পৰা আহি ফেনৰ চুইচ দিব, লাইন নাই। তেতিয়াই আপুনি অনুভৱ কৰিব লাইনে আপোনাক কিমান আনন্দ দিব পাৰিছে।

যদি সঁচাকৈয়ে আপুনি "লাইন" কি বস্তু চাবলৈ বা জানিবলৈ ইচ্ছা কৰিছে, তেন্তে ৰাস্তাৰ কাষত থকা ১১,০০০ ভল্টৰ বিদ্যুতৰ তাঁৰ ডাল স্পৰ্শ কৰিলেই জানিব লাইন মানে কি? অ- আচল কথাটো ক'বলৈ পাহৰিলোৱে। আপুনি তাঁৰডাল স্পৰ্ষ কৰাৰ আগতে মেডিকেলত চিট এটা বুকিং কৰি থৈ এম্বুলেঞ্চ এখন সাজু কৰি থওঁক। যাতে তাঁৰডাল স্পৰ্শ কৰি লগে লগে এম্বুলেঞ্চত উঠি মেডিকেল পায়গে।

০০০০

# নষ্ট লীলা খেলা

নিপু গগৈ
উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষ

আবেলিৰে পৰা বতৰটো ডাৱৰে আৱৰি আনিছিল। প্ৰায় সন্ধিয়া মানৰ পৰাই আৰম্ভ হৈছিল এজাক পাতলীয়া বৰষুণৰ লগতে এজাক ফিৰফিৰীয়া বতাহ। নিজৰ কোঠাৰ আধাকৈ খুলি ৰখা খিৰিকীখনেৰে অয়নে বাহিৰৰ বৰষুণ জাকলৈ চাই আছিল। কিন্তু ওচৰত আজি নয়না নাই, আৰু কোনো বন্ধু-বান্ধৱীও নাই। বিভিন্ন ড্ৰিংকছৰ সমাৰোহো নাই, কোনো আনন্দৰ কোলাহলো নাই, আছে মাথো মৌনতা আৰু অন্ধকাৰৰ লগতে বাহিৰ বৰষুণৰ অস্পষ্ট ঝুপ..... ঝুপ..... ঝাপ...... ঝাপ..... শব্দ।

খিৰিকীৰ দাতিত বহি অয়নে নয়নাৰ কথাকে ভাবি আছিল। টং.... টং.... টং..... টং..... হঠাৎ কোঠাৰ নীৰৱতা ভঙ্গ কৰি দেৱালৰ ঘড়ীটোৱে ৰাতি দহ বজাৰ সংকেত দিলে। মনটো তেতিয়াও তাৰ ভাল লগা নাছিল। আন্ধাৰত ক'ৰবাৰ পৰা এটা বিষাদ কৰুণ বাঁহীৰ সুৰ ভাহি আহিল....। সি আবেগত বিহ্বল হৈ পৰিল।

আজিকে ধৰি চাৰিটা সপ্তাহ এটা ভৰিতে ভৰ দি দি তাৰ সেই প্ৰশ্নৰ উত্তৰ বিচাৰিছে। কিয় সি এনেকুৱা কৰিলে? মনতে ভাৱ হ'ল, ভাবিবলৈ যেন বহু কথাই বাকী আছে। কৰিবলৈও যেন বহুত কামেই আছে আৰু বহুখিনি ইতিমধ্যে অতীতলৈ বাগৰিও গৈছে। সি অতি কষ্টেৰে বিছনাত বাগৰি টোপনি যাবলৈ চেষ্টা কৰিলে। কিন্তু নানা ধৰণৰ চিন্তা-ভাৱনাই তাক জুমুৰি দি ধৰিলে। তাৰ দুচকুৰে অশ্ৰু নিগৰিবলৈ ধৰিলে। আবেগত সি গাৰুটোকে সাৱটি ধৰিলে। কিমান সময় সি তেনেদৰে পৰি থাকিল ক'ব নোৱাৰে। পুৱা চাৰি বজাতহে সি সাৰ পালে। যোৱা নিশাৰ কথা ভাবি থাকোতেই সূৰ্য্যটিয়ে কেতিয়ানো নিশাৰ মায়াজাল ফালি পূব আকাশত ভুমুকি মাৰিলে সি গমকেই নাপালে। তাৰ মনতে ভাৱ হ'ল, সূৰ্য্যৰ ৰাঙলী আভাই যেনেকৈ চাৰিওফালৰ প্ৰকৃতি ৰাজ্যখন পোহৰাই তুলিছে, ঠিক তেনেদৰে তাৰ জীৱনটো হয়তো আশাৰ ৰেঙণি দেখা পাব পাৰে। সি তাৰ চাৰি সপ্তাহৰ আগতে লিখা ডায়েৰীন মেলি ললে। হঠাতে তাৰ ডায়েৰীখনৰ মাজৰ পৰা ওলাই পৰিল হাঁহিমুখীয়া নয়নাৰ ফটোখন। তাৰ মনতে ভাৱ হ'ল যেন হাঁহিমুখীয়া নয়নাৰ ফটোখন জীৱন্ত একোটা ছাপ। ফটোখনে যেন লৰচৰ কৰিছে। এতিয়াই যেন নয়নাই আহি তাৰ সন্মুখত বহি সান্ত্বনা দিবহি। তাৰ হাতখন কঁপিবলৈ ধৰিলে। সি ডায়েৰীখন জপাই বিছনাৰ এচুকলৈ দলিয়াই দি মূৰৰ চুলিখিনিত খামুচি ধৰিলে।

কিছু সময়ৰ পাছত, সামান্য মৃদু টোকৰ পৰিল কোঠাৰ দুৱাৰত। সি চকু-মুখ মোহাৰি নিজকে প্ৰস্তুত কৰি লৈ বিছনাৰ সংলগ্ন কোঠাটোৰ দুৱাৰখনৰ হুকটো খুলি দিলে। হাতত গৰম গাখীৰৰ গিলাচটো লৈ দেউতাক সোমাই আহিল।

ঃ অ' আহা দেউতা।

ঃ শুভ ৰাত্ৰিপুৱা, অয়ন। তোমাৰ এতিয়া কেনে?

ঃ শুভ ৰাত্ৰিপুৱা দেউতা। মই এতিয়া যথেষ্ট সুস্থ।

ঃ তেনেহ'লে এতিয়া গাখীৰ গিলাচ খাই অলপ জিৰাই লোৱা। মই পুৱাৰ আহাৰ ৰাধিকা বাইক ৰান্ধিবলৈ কওঁগৈ।

ঃ হ'ব দেউতা, মোৰ এতিয়া ভোক লগা নাই।

সি গাখীৰ গিলাচ পি ললে। দেউতাকে সন্তুষ্টিৰ হাঁহি মাৰি খালী গিলাছটো হাতত লৈ যাবলৈ ওলাল।

ঃ শুনা দেউতা।

দেউতাকে অয়নলৈ উভতি চালে।

ঃ বেয়া নোপোৱা যদি দুৱাৰখন জপাই থৈ যাবা।

ঃ ঠিক আছে, তুমি এতিয়া জিৰণি লোৱা।

দেউতাকে দুৱাৰখন জপাই নিৰৱে কোঠাৰ পৰা ওলাই আহিল। অয়নে পুনৰ ডায়েৰীখনলৈ পুতৌ লগাকৈ চালে, যিখন সি দেউতাক অহাৰ আগেয়ে দলিয়াই দিছিল। তাৰ সেইখনলৈ দয়া উপজিল। সি পুনৰ ডায়েৰীখন উঠাই লৈ সন্মুখত মেলি ললে।

শিৱসাগৰ চৰকাৰী বহুমুখী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা পাঁচটা বিষয়ত লেটাৰ মাৰ্কসহ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ অয়নে গুৱাহাটী মহানগৰীৰ কটন মহাবিদ্যালয়ত নাম ভৰ্ত্তি কৰিছিল। বিদ্যালয়ৰ সকলো শিক্ষক-শিক্ষয়িত্ৰীয়ে অয়নক যথেষ্ট মৰম কৰিছিল। শিক্ষকৰ নেৰা-নেপেৰা চেষ্টা আৰু অয়নৰ অসীম ধৈৰ্য্য শক্তিৰ দ্বাৰাহে সি সুখ্যাতিৰে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছিল। স্কুল এৰি যাবৰ পৰত অয়নৰ সকলোতকৈ শ্ৰদ্ধাৰ পুণ্য লাহনদেৱ ছাৰে কৈছিল, "অয়ন, এই চহৰখনকেই তোমাৰ জীৱনৰ সীমা বুলি নাভাবিবা। নিষ্ঠা, ঐকান্তিকতা, দৃঢ়তাই তোমাক বহু দূৰলৈ আগুৱাই লৈ যাব। দেশ বিদেশত যিসকল লোক নিজ নিজ প্ৰতিভাৰ গুণত ওপৰলৈ উঠিছে, তেওঁলোকৰ বহুতো হয়তো তোমালোকৰ নিচিনা সাধাৰণ পৰিয়ালৰ পৰাই ওলাইছে। তেওঁলোকৰ মগজুত তোমালোকৰ দৰেই বুদ্ধি বৃত্তি আছে। দেশৰ বহুতো মানুহে শিক্ষাৰ মুখ দেখা নাই। তোমালোকে

দেখিছা, ইয়াকেই পৰম সৌভাগ্য বুলি ভাবিবা। সন্মান জনাবলৈ শিকিবা।"

শিক্ষকসকলৰ মৰম চেনেহ আৰু দেউতাকৰ আশীৰ্বাদ মুৰ পাতি লৈ অয়নে গুৱাহাটীৰ কটন মহাবিদ্যালয়ত পঢ়িবলৈ স্থিৰ কৰিছিল। অ'. এন. জি. চি-ৰ এজন উচ্চ বিষয়া শৰৎ গোস্বামীৰ একমাত্ৰ সন্তান অয়নে যেতিয়া গাৱলীয়া সমাজ এৰি নগৰৰ সেই যান্ত্ৰিকতাৰ মাজত সোমাই পৰিছিল, তেতিয়া তাৰ মনৰ পৰা যেন গাৱলীয়া সমাজৰ প্ৰতিচ্ছবিবোৰ এটি এটিকৈ হেৰাই গৈছিল। পাহৰি গৈছিল সি গাৱলীয়া শৃংখলিত, সহানুভূতিশীল, উদাৰপূৰ্ণ সমাজখনৰ কথা।

লাহে লাহে দিনবোৰ বাগৰি সপ্তাহলৈ, সপ্তাহবোৰ বাগৰি মাহলৈ আৰু মাহবোৰ বাগৰি এক বছৰত সোমাইছিলহি। গাৱলীয়া সমাজৰ অয়ন নগৰীয়া সমাজত খাপ খাই পৰিল। সি কোনো অসুবিধা নোহোৱাকৈ ভালদৰে হায়াৰ চেকেণ্ডেৰী পৰীক্ষাত উত্তীৰ্ণ হ'ল। কিন্তু তাৰ পাছৰে পৰা এনেকুৱা কিছুমান উদণ্ড প্ৰকৃতিৰ বন্ধু লগ পাইছিল যাৰ সংস্পৰ্শত গাৱলীয়া সমাজৰ সেই মৰমিয়াল উদাৰ প্ৰকৃতিৰ অয়ন নামি পৰিছিল বৰ্তমানৰ উচ্ছৃংখল সমাজখনত। বিড়ি, চিগাৰেট, চাধা, ভাং আদিতো তাৰ বাবে হৈ পৰিছিল প্ৰাথমিক পৰ্য্যায়ৰ কিছুমান তেনেই সাধাৰণ বস্তু। আনকি সি লাহেকৈ 'ড্ৰাগছ'ত হাত দিছিল। এইদৰে অয়নৰ মন আকাশখন কলীয়া ডাৱৰে আৱৰি আনিছিল। গাৱৰ বুকুত এৰি থৈ অহা সেই পত্নীহীন দুৰ্ভগীয়া দেউতাকলৈ তাৰ এবাৰো মনত পৰা নাছিল। দেউতাক শৰৎ গোস্বামীয়ে ভাবিছিল যে সৰুৰে পৰা মাতৃহীন অয়নক তেওঁ এবাৰো মাকৰ অভাৱ অনুভৱ কৰিবলৈ দিয়া নাছিল। তাক তেওঁ নিজতকৈও বেছি ভাল পায়। যেতিয়া সি তেওঁৰ কথা ৰাখি এটা আদৰ্শবান আৰু শিক্ষিত ব্যক্তি হিচাপে সমাজত নিজৰ পৰিচয় দিব। আৰু কেতিয়াও বেয়া কামত হাত নিদিয়ে....।

নয়না অৰ্থাৎ নয়না হাজৰিকা। নয়না আছিল অতি নম্ৰ, বিনয়ী আৰু সকলো ক্ষেত্ৰতে আগৰণুৱা ছাত্ৰী। নয়নাৰ লগত অয়নৰ প্ৰথম চিনাকিতে ভাল লাগিছিল। সেইদিনা দেউতাকৰ লগত নৱাগতা ছাত্ৰী হিচাপে নয়না স্নাতক প্ৰথম বৰ্ষৰ বাবে অয়নহঁতৰ কলেজলৈ নামভৰ্ত্তি কৰিবলৈ আহিছিল। তাইৰ ঘৰ সোণাৰী টাউনত। দেউতাক আছিল পুলিচ বিভাগৰ এজন উচ্চ পদবীৰ বিষয়া। নয়নাই নিজকে এজনী স্মাৰ্ট ছোৱালী হিচাপে আনৰ আগত পৰিচয় দিব পাৰিছিল, কাৰণ তাইৰ হাতৰ মুঠিত বৰ্তমান যুগৰ মোবাইল ফোনে বিৰাজমান কৰিছিল। আৰু পঢ়াতো ওস্তাদ আছিল। তাই মেট্ৰিক পৰীক্ষাত লেটাৰসহ প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল আৰু হায়াৰ চেকেণ্ডেৰী পৰীক্ষাতো সুখ্যাতিৰে অসমৰ ভিতৰত চতুৰ্থ স্থান লাভ কৰিছিল। মুখত মিঠা হাঁহি আৰু সহায়ৰ হাত মেলি থকা নয়না আৰু দেউতাকলৈ চাই অয়নে নিজেই সুধিছিল—

ঃ ক্ষমা কৰিব, আপোনালোকে নিশ্চয় নামভৰ্ত্তি কৰোৱাবলৈ আহিছে, নহয় জানো?

ঃ হয়, আমি তেনে কামতেই আহিছো।

ঃ মই অথনিৰে পৰা আপোনালোকক ইয়াতে বৈ ইফালে-সিফাললৈ চাই থকা দেখিছো। নিশ্চয় আপোনালোক কিবা অসুবিধাত পৰিছে! পিছে মই আপোনালোকক কেনে ধৰণৰ সহায় কৰিব পাৰো কওকচোন!

অয়নৰ মৌ-সনা মিঠা মাত তেওঁৰ নিচেই আপোন যেন লাগিল আৰু তেওঁৰ ভাল লাগি ক'লে—

ঃ ধন্যবাদ, তোমাক লগ পাই ভাল লাগিল, তোমাৰ শ্ৰদ্ধা, ভক্তি দেখি ভাল লাগিছে। ভাল বাৰু মই মোৰ ছোৱালী নয়নাক ইয়াত নামভৰ্ত্তি কৰোৱাবলৈ আহিছো। কিন্তু আমি ইয়াত একেবাৰে নতুন। গতিকে আমি অলপ অসুবিধাত পৰিছো। অনুগ্ৰহ কৰি অলপ সময় খৰচ কৰি আমাক অধ্যক্ষৰ কোঠাটো দেখুৱাই দিলেই আমি যথেষ্ট উপকৃত হম।

.... আৰু সেইদিনাই নয়নাৰ নামভৰ্ত্তি হৈ গ'ল। অয়নে নয়নাৰ নামভৰ্ত্তিৰ ক্ষেত্ৰত যথেষ্ট সহায় কৰিলে। অৱশেষত দেউতাকে নয়নাক ক'লে—

ঃ তোমাক অশেষ ধন্যবাদ। পিছে ডেকা ল'ৰা তোমাৰ নামটোহে জানিব নোৱাৰিলো!

ঃ অ' কোনো কথা নাই, মোৰ নাম অয়ন, অয়ন গোস্বামী। ঘৰ শিৱসাগৰ চেৰেকাপাৰ হাতীমুৰীয়া গাৱত। কিন্তু ... আপোনালোকেওতো আপোনালোকৰ পৰিচয় দিয়া নাই?

দেউতাক আৰু নয়নাই ইজনে সিজনলৈ চাই হাঁহি হুঁহি পাহৰি যোৱাৰ দৰে কলে—

ঃ অ' হয়চোন আমিও কোৱা নাই! মোৰ নাম প্ৰলয় হাজৰিকা আৰু এয়া মোৰ একমাত্ৰ ছোৱালী নয়না। এইবাৰ প্ৰথম বিভাগত অসমৰ ভিতৰত চতুৰ্থ স্থানত হয়াৰ ছেকেণ্ডেৰী পৰীক্ষা পাছ কৰিছে।

নয়নাই নমস্কাৰ জনালে। অয়নেও প্ৰতি নমস্কাৰ জনালে। তাৰ পাছত দেউতাকে পুনৰ কলে—

ঃ অয়ন তুমিয়েই কোৱাচোন মোৰ ছোৱালীয়ে কি বিষয়ত মেজৰ ল'ব পাৰিব।

অয়নে নয়নাৰ মাৰ্কছিটখন চাই ক'লে—

ঃ নয়না তুমি বেংকিং বিষয়টো মেজৰ হিচাপে লোৱা উচিত বুলি মই ভাবো। কাৰণ তুমি বিষয়টোত ৯২ শতাংশ নম্বৰ পাইছা। দেউতাকে কলে-

ঃ তুমি যিটোকে বাছি দিয়া তাই তাকেই ল'ব।

ঃ নয়ন খুড়া, তথাপিতো তাইৰ মতামতৰ প্ৰয়োজন হয়। নহয়নে কি কোৱা নয়না?

নয়নাই উত্তৰ দিলে—

ঃ কাৰেক্ট, মোৰ নিজৰ মত বুলিওতো কিবা কথা এটা আছে, অৱশ্যে..... আপুনি বাছি দিয়া বিষয়টোৱেই মই মেজৰ হিচাপে ল'ম। কাৰণ বেংকিং বিষয়টো মই খুবেই পছন্দ কৰো।

ঃ তুমি মোক 'আপুনি' সম্বোধন নকৰিবা। 'আপুনি' সলনি 'তুমি' বুলিলেই মই যথেষ্ট প্ৰসন্ন হ'ম।

তিনিও একেলগে হাঁহিলে।

যাবৰ পৰত নয়নাৰ দেউতাকে অয়নৰ কান্ধত হাত থৈ ক'লে—

ঃ অয়ন, তুমি মোৰ নয়নাক অলপ চাবা, কালিলৈৰ পৰা তাই কলেজ আহিব। আমি এতিয়া যাওঁ।

এইবুলি কৈ দুয়ো নিজৰ 'টুইফট' গাড়ীখন লৈ গুচি গ'ল।

পিছদিনাৰ পৰা নয়না নিয়মিত কলেজ অহা যোৱা কৰিবলৈ ধৰিলে। নয়না আৰু অয়ন দুয়ো ভাল বন্ধু হিচাপে কলেজত পৰিচিত হ'ল। তাই বিশ্বাসত ল'বলৈ বুলি প্ৰথম এজন বয় ফ্ৰেণ্ড পালে। তাইৰ লগত অয়নৰ বন্ধুত্ব ক্ৰমাৎ প্ৰকৃত বন্ধুলৈ ৰূপান্তৰ ঘটিল খুউব সোনকালেই। কিন্তু আজিৰ সমাজে স্বীকাৰ নকৰে যে এজনী গাভৰু ছোৱালীৰ লগত এজন ডেকা লৰাৰ সৰল বন্ধু ভাৱৰ জন্ম হ'ব পাৰে বুলি। তেওঁলোকে দুয়ো প্ৰেম পাশত আবদ্ধ বুলিয়েই ধৰি লয়। নয়নাই কথাবোৰ বুজে। সেইবাবে এদিন তাই কলেজ ছুটীৰ পাছত কেণ্টিনত অয়নক কথাটো কলে - "চোৱা অয়ন, আমি সকলো সকলোৰে বাবে একো একোজন ভাল বন্ধু। তুমি মোৰ আৰু মইও তোমাৰ বন্ধু। আচলতে কি জানা, আজিৰ সমাজে স্বীকাৰ নকৰে যে এহাল ডেকা-গাভৰুৰ মাজত প্ৰকৃত বন্ধুত্ব থাকিব পাৰে বুলি। তেওঁলোকে দুয়োকে প্ৰেমিক-প্ৰেমিকা বুলিয়েই ভাবি লয়। কিন্তু মোৰ মতে সেইটো ভুল। মোৰ মতে দুয়োৰে মাজত তেনে সম্পৰ্ক নোহোৱাকৈওতো দুয়ো দুয়োৰে বন্ধু হ'ব পাৰে, নহয় জানো"! অয়নে তাইৰ কথাত সমৰ্থন জনাইছিল।

তাৰ পিছত তাই কৈছিল সোণাৰীত থকা তাইৰ মৰমৰ ঘৰখনৰ কথা। সৰুতে মাতৃহীন আৰু ভাতৃহীন হোৱা নয়না প্ৰলয় হাজৰিকাৰ একমাত্ৰ বুকুৰ মণি। দেউতাকে যে তাইক লৈ কিমান সপোন ৰচিছে, কিমান দুখ-কষ্ট স্বীকাৰ কৰিছে তাৰ হিচাপ নাই। সেইবাবে তাইৰ একমাত্ৰ উদ্দেশ্য হৈছে পঢ়ি শুনি নিজৰ জীৱন গঢ়ি দেউতাকক শান্তি দিয়া। নয়নাৰ চিন্তাধাৰা আৰু উচ্চনৈতিক আদৰ্শবোৰে অয়নক আকৰ্ষণ কৰিছিল। সি ভাবিছিল, "ছি ৰাজ অউনাৰ অফ এ বিউটিফুল মাইণ্ড" আৰু সি নয়নাক বন্ধু হিচাপে পোৱাৰ বাবে গৌৰৱ অনুভৱ কৰিছিল। "লাইফ ইজ নট বিউটিফুল উইদাউট এ ট্ৰু ফ্ৰেণ্ড"। সি নয়নাক প্ৰকৃত বন্ধু বুলি স্বীকাৰ কৰিছিল।

সেই নয়নাই আজি কিছুদিনৰ পৰা অয়নৰ মতি গতি বিলাক লক্ষ্য কৰি আহিছে। তাৰ আচৰণ বিলাক তাইৰ ভাল নলগাঁহে আহিবলৈ ধৰিছে। অয়নৰ আচৰন বিলাক যেন তাইৰ অচিনাকিৰ দৰে লাগিল। ইফালে এদিন-দুদিনকৈ ফাইনেল পৰীক্ষা পালেহি। সেইবাবে নয়না সাজু হ'ল বন্ধুত্ব ৰক্ষা কৰিবৰ বাবে, তাই অয়নক বুজাবলৈ চেষ্টা কৰিছিল— "অয়ন, তুমি অসৎ সংগ ত্যাগ কৰা, দেউতাৰ এটা ভাল চাকৰি থকাৰ বাবে তোমাৰ অসৎ বন্ধুৰ ভিৰ বেছি। সিহঁতে তোমাৰ ধন সম্পত্তি লুটি উদং নোহোৱা পৰ্য্যন্ত ভাল বন্ধুৰ দৰে ভাওনা কৰি থাকিব। তোমাৰ ওচৰত ধন টকা থকা পৰ্য্যন্ত তোমাৰ এনে বন্ধু থাকিব। তুমি উদং হোৱাৰ পাছত ইহঁতবোৰ অৰ্থাৎ তোমাৰ এই মদাহী, ভাঙুৱা বন্ধুবোৰ আঁতৰি যাবগৈ তেতিয়া তুমি কাৰ স'তে খেলা কৰিবা। গতিকে তুমি এতিয়াৰ পৰা সিঁহতৰ ওচৰৰ পৰা আতৰি আহা কাৰণ ফাইনেল পৰীক্ষা পালেহিয়েই আৰু মাত্ৰ কিছুদিনৰ বাকী তাৰ বাবে তুমি এতিয়াৰ পৰাই প্ৰস্তুত হোৱা উচিত। তুমি নিজকে প্ৰস্তুত কৰি নোলোৱা কিয়? তুমি মাথোঁ পঢ়া অয়ন সকলোবোৰ বাদ দিয়া। দেউতাই দিয়া ধনৰ সদ্ব্যৱহাৰ কৰা। দেউতাৰ তোমাৰ ওপৰত বহুত আশা আছে। সপোন আছে। সেই আশা আৰু সপোনবোৰ বাস্তৱত ৰূপায়িত কৰিবলৈ চেষ্টা কৰা। বৰ্তমানত এয়েই তোমাৰ কৰ্তব্য।

খং উঠিছিল তাৰ; খং উঠিছিল আজি নয়নাৰ এই কথাবোৰ শুনি। কথাবিলাক নহয়, মাথো পঢ়াৰ কথা শুনি শুনি.....। নয়না তাৰ ওচৰৰ পৰা আতৰি গৈছিল; আৰু লগে লগে আহি পাইছিলহি তাৰ সেই অসৎ বন্ধুৰ দলটো। দলটোৰ চুলি দীঘল দঢ়িয়া ঋতুৱে কৈছিল— "এজনী সাধাৰণ ছোৱালীয়ে তোক ইমান বেয়াকৈ কৈ গ'ল তোৰ লাজ নালাগিলনে? আৰু তাই আমাক মদাহী, ভাঙুৱা বুলি কৈছে। ব'ল তাইক চোঁচৰাই আনোগৈ"। অয়নৰ সেইদিনা কি হৈছিল জানো হঠাৎ সি কৈ পেলাইছিল — "ধৈৰ্য্য ধৰ বন্ধুহঁত, অলপ ধৈৰ্য্য ধৰ, ধৈৰ্য্যৰ ফল সদায় মিঠা হয়; মোক দুদিনৰ সময় দে"। নয়নাৰ প্ৰকৃত বন্ধু হিচাপে সি এইখিনিতে ভুল কৰিছিল।

দুদিনৰ পাছত কলেজ কেণ্টিনত; নম্ৰভাৱে বহি আছিল অয়ন। যেন এইমাত্ৰ মাকে নিচুকাই যোৱা এটি কণমানি শিশু, সি অপেক্ষা কৰিছিল নয়নালৈ। নয়না আহিয়েই তাৰ সন্মুখৰ চকীখনত বহি পৰিল আৰু কলে—

ঃ আজি দেখোন খুউব শান্ত, কথা কি?

সি উত্তৰ দিছিল—

ঃ চেষ্টা চলাইছো তোমাৰ কথা ৰাখিবলৈ।

নিশ্বাস এৰিছিল তাই। বিশ্বাস কৰিছিল অয়নে নিশ্চয় তাইৰ কথা ৰাখিবলৈ সক্ষম হ'ব। তাৰ পাছত অয়নে লগ ধৰাৰ বাবে তাই এনেয়েই ওলাই গ'ল। কিন্তু ই কি? অয়নে তাইক কলৈ লৈ আহিলে? ঠাই ডোখৰচোন বৰ নিৰ্জন। মুখত চিগাৰেট লৈ সন্মুখৰ ফালে ধোঁৱা উৰুৱাই অয়নৰ অসৎ বন্ধু কেইজনে তাইলৈ লুলোপ দৃষ্টি নিক্ষেপ কৰিছিল। নয়নাক ভাবে ৰবলৈ কৈ সি খৰখোজেৰে সিহঁতৰ ওচৰলৈ গৈ কাণে কাণে কিবা কোৱাত সেই অসৎ ডেকাৰ দলটো তাইৰ ফালে আগুৱাই আহিছিল আৰু...... আৰু শেষ কৰি দিছিল তাইৰ জীৱন, কাঢ়ি নিছিল তাইৰ যৌৱনৰ সকলো সম্পদ.....।

কটন কলেজৰ প্ৰাঙ্গনত হুলস্থুল। পুলিচ বাহিনীৰ দ্বাৰা এজনী অৰ্দ্ধচেতন ছোৱালীক গুৱাহাটী চহৰৰ প্ৰায় এক জনশূন্য এলেকাত উদ্ধাৰ কৰা হৈছে। কি দোষ কৰিছিল ফুলৰ দৰে নিষ্পাপ ছোৱালীজনীয়ে? সিহঁতৰ অন্তৰত অকণো সহানুভূতি নাজাগিলনে? কিয়..... ? কিয় সিহঁতে তাইৰ জীৱনৰ সকলো সাঁচতীয়া সম্পদ কাঢ়ি নিলে? কি..... ? সিহঁতৰ কোনো বাই ভনী নাই নেকি? আৰু অয়ন, সি বন্ধুত্বৰ প্ৰতিদান স্বৰূপে নয়নাক এয়াই দিলে নেকি?

ঘটনাটো সংঘটিত হোৱাৰ দিনা ৰাতিলৈ সি শিৱসাগৰৰ নিজা ঘৰলৈ বুলি ঢাপলি মেলিছিল। কিন্তু তাক বন্ধুত্বৰ অভিশাপে বাৰুকৈয়ে মেৰিয়াই ধৰিছিল। তাৰো যে কি দুৰ্ভাগ্য; ঘৰলৈ ঘূৰি যাওঁতে বাছ এক্সিডেণ্টত তাৰ এটা ভৰি ছিগি দেহৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ গৈছিল। লগে লগে হেন তাৰ দুখ তীব্ৰতৰ হৈ পৰিল। ভৰিৰ দুখত নহয় মনৰ দুখতহে। সি মনতে ভাবিলে সি নয়নাৰ ওৰত ক্ষমা ভিক্ষা কৰিব। কিন্তু কি বুলি...? কি বুলি সি তাইৰ ওচৰত ক্ষমা ভিক্ষা কৰিব? যি ভুলৰ ক্ষমা নাই! সি জানো এতিয়া তাইৰ প্ৰকৃত বন্ধু হৈ আছে? নয়নাইও এতিয়া তাক বিশ্বাসত ল'ব জানো? ইত্যাদি ধৰণৰ নানা প্ৰশ্নেৰে জুমুৰি ধৰিলে। সি হয়তো প্ৰকৃত বন্ধু নিৰ্বাচন কৰাত ভুল কৰিছিল। সি তাৰ মনৰ যাতনা কাৰো আগত প্ৰকাশ কৰিব নোৱাৰা হ'ল। তাৰ শৰীৰ আৰু মন দুয়োটাই দুৰ্বল হৈ পৰিছিল। তাৰ অনুভৱ হৈছিল নয়নাৰ জীৱনটোৰ কথা...। কথাবোৰ ভাবি ভাবি সি কোনো ওৰাদিহ নাপালে। সি মেলি লোৱা ডায়েৰীখন পুনৰ ভালদৰে সামৰি থলে।

ডাক্তৰৰ নেৰা নেপেৰা প্ৰচেষ্টাত নয়না সোনকালেই সুস্থ হৈ আহিবলৈ ধৰিলে। ক্ষোভ, বেদনাত তাই জৰ্জৰিত হৈ পৰিছিল। নিজকে কি বুলি ভাবে এই নিলাজ পুৰুষবোৰে। যি তাইৰ প্ৰকৃত বন্ধু আছিল সিয়েই হৈ পৰিছিল তাইৰ বাবে চৰম শত্ৰু। এনেদৰেই দিনবোৰ গ'ল। তাই সকলোবোৰ পাহৰি আকৌ নতুন ক্লাছ আৰম্ভ কৰিছে। হঠাৎ এদিন পিয়নে তাইক এখন চিঠি দি গ'ল। দিছিল অয়নে নিজৰ ভুলৰ ক্ষমা বিছাৰি। কিন্তু সি ভাবিছিল যে নয়নাই তাক কেতিয়াও ক্ষমা নকৰে। কাৰণ সি কৰা ভুলৰ ক্ষমা নাই। চিঠিখন পোষ্ট কৰিবলৈ ৰাখিকা বাইক দি সি আত্মহত্যা কৰিছিল। পিতৃৰ অপত্য চেনেহত লুতুৰি পুতুৰি কৰি যি জন পিতৃয়ে তাক জীৱনৰ বাটত কোনো অসুবিধা, বাধা বিঘিনি নোহোৱাকৈ আগুৱাই নিছিল সেইজন পিতৃকেই এৰি সি এই সংসাৰৰ পৰা গুচি গ'ল। সি শিক্ষাগুৰু আৰু দেউতাকৰ দুখ, মান-মৰ্য্যাদাৰ কথা এবাৰো নাভাবিলে।

দেউতাক শৰৎ গোস্বামীয়ে পুতেক অয়নৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে একো জনা নাছিল। কিন্তু অয়নে আত্মহত্যা কৰাৰ এসপ্তাহ মানৰ পাছত নয়নাৰ পৰা পোৱা চিঠিখনে তাৰ স্বভাৱ চৰিত্ৰ দেউতাকৰ আগত উদঙাই দিছিল। নয়নাই দিয়া চিঠিখনত লিখা আছিল—

মৰমৰ

বন্ধু

অয়ন,

আশাকৰো তোমাৰ ভাল। মোৰো ভাল বুলিয়েই ধৰিবা। মই এতিয়া নতুন ক্লাচ আৰম্ভ কৰিছো। পিছে অয়ন, তুমি বাৰু কিয় এনে হ'লা? মইতো তোমাৰ প্ৰকৃত বন্ধু আছিলো। তুমি কিয় এনে কৰিলা? তুমি মোক বিশ্বাসঘাতকতা কৰিলা, নহয় জানো? কিয় তুমি মোৰ জীৱনৰ সকলো সম্পদ হৰণ কৰিলা? কি.... মই তোমাৰ প্ৰকৃত বন্ধু নাছিলো? তুমি কিয় এনে হ'লা? বাৰু এতিয়া সেইবোৰ থাকক দিয়া। জানা অয়ন মই এতিয়া যথেষ্ট সুস্থ। তুমি যে কৈছিলা তুমি কথা ৰাখিবা বুলি নিশ্চয় পাৰিবা নহয় জানো। তুমিতো মোক বন্ধুত্বৰ প্ৰতিদান দিলাই। কিন্তু মই কি দিছো শুনা তোমাৰ সেই বন্ধুৰ দলটোক পুলিচে এৰেষ্ট কৰিলে। কিন্তু মই তোমাৰ কথা নকলো কিয় জানা? কাৰণ তুমি মোৰ প্ৰকৃত বন্ধু আছিলা সেইবাবেই। সেইবাবেই মই তোমাৰ কথা নক'লো। তুমি মাথো মন দি পঢ়া অয়ন। দেউতাৰ সপোনবোৰ বাস্তৱত পৰিণত কৰিবলৈ চেষ্টা কৰা। এতিয়াও বহু সময় বাকী আছে। এইবাৰ নোৱাৰিলা কি হ'ল অহাবাৰলৈ চেষ্টা কৰা। মই মোৰ সৰ্বস্ব হেৰুৱাই পুনৰ সৰ্বস্ব পাবলৈ সক্ষম হৈছো। তুমিও যেন তাত ত্ৰুটি নকৰা। মই বাৰু বুজিলো এয়াই আছিল মোৰ প্ৰতি তোমাৰ বন্ধুত্বৰ প্ৰতিদান। কিন্তু মোৰ এতিয়াও সন্দেহ হয়। এয়াই নেকি প্ৰকৃত বন্ধুত্বৰ প্ৰতিদান?

ইতি

তোমাৰ বান্ধৱী

নয়না

****

# অন্য এক যাত্ৰা

মঃ ৰিয়াজ আলি
বি,চি,এ, পঞ্চম চেমিষ্টাৰ

"অনু হ'লনে?" হঠাৎ মাকৰ মাতষাৰত অনুপমাই নিজৰ নামটো শুনি তাইৰ সম্বিৎ ঘূৰি আহিল। তাই অলপ সময়ৰ বাবে সপোনৰ অন্য এক জগতত আছিল। তাই সোনকালে গা ধুই বাথৰূমৰ পৰা ওলাল। আজি তাইৰ বিয়াৰ কথা পাতিবলৈ সিদ্ধাৰ্থ আৰু তাৰ বাপেক-মাক আহিব। আজি যেন সদায় দেখি থকা সিদ্ধাৰ্থক তই এক নতুন ৰূপত দেখিব। সিদ্ধাৰ্থৰ বাপেকে প্ৰথম অৱস্থাত সম্পৰ্কটো মানি লোৱা নাছিল। কিন্তু সিদ্ধাৰ্থৰ স্থিৰ সিদ্ধান্তত দেউতাকো হাৰ মানিলে। আজি অনুৱে গা-ধোৱঁতে এক ঘণ্টামান লগালে। আজি তাইৰ আইনাখনৰ আগত নিজক চাবলৈকো সাহস হোৱা নাই। হঠাৎ কলিং বেলটো বাজিল। তাইৰ বুকুখন কিবা ভয়ত কপিব ধৰিলে। সদায় দেখি থকা, লগ পোৱা সিদ্ধাৰ্থৰ বাবে তাই নিজকে আজি বেলেগ ৰূপত সজাব। একেবাৰে শেষত সেই সময়টো আহিল যিটো সময়ত তাই চাহৰ ট্ৰে খন লৈ ড্ৰয়িং ৰূমলৈ ওলাল। সদায় দেখি থকা সিদ্ধাৰ্থক আজি তাইৰ অচিনাকি যেন লাগিল। তাই লাজত ৰঙা পৰি গ'ল। তাই দৌৰ মাৰি ভিতৰলৈ সোমালগৈ। তাই সিদ্ধাৰ্থক বহুত ভালপায়। সিদ্ধাৰ্থয়ো তাইক বহুত ভালপায়। কিন্তু তাইৰ মনত এটা ভয় সদায় থাকে যদি এই প্ৰেম কেতিয়াবা নাইকিয়া হয়।

তাই যদিও আজি বহুত সুখী তথাপিও তাইৰ মনটো যেন কিবা এটা অচিনাকি ভয়ত আছে। তাই সৰুৰে পৰা এষাৰ কথা তাই পেহীয়েক মধুৰ পৰা বহুবাৰ শুনিছে। তাইৰ জন্মৰ তিনিদিনৰ পাছত আইতাক ঢুকাল। মধুৱে তাইক সকলোৰে ওচৰত একো নক'লেও অকলে সুবিধা পালে তাইক কয়। তাই এইবোৰ কথা সিদ্ধাৰ্থ বাহিৰে আজিলৈকে কাকো কোৱা নাই। তাইৰ বিয়াৰ কথা শুনি পেহীয়ে তাইক কৈছিল এইবাৰ বা কি হয়। তাৰ পাছত সকলো ঠিক হোৱাত সিদ্ধাৰ্থৰ বাপেকে কুগুলী মিলোৱাত মিল নাপালে। সেইবাবে সিহঁত দুটাৰ বিয়া নহ'ব বুলি ক'লে। এইবাৰ সিদ্ধাৰ্থই কোনোপধ্যেই দেউতাকক মনাব নোৱাৰিলে।

আজি চৈধ্য বহাগ। অনুৱে সিদ্ধাৰ্থৰ কথামতে চাৰিআলিলৈকে ওলাই আহিল। অলপ সময় পাছত ৰঙা ইণ্ডিকা এখন অহাত তাই উঠি বহিল। তাই যদিও আজি সিদ্ধাৰ্থৰ লগত যাব ওলাইছে তাইৰ আজি এৰি অহা ঘৰখনলৈ খুব মনত পৰিছে। অন্তত তাই এবাৰ খুলি কান্দিবও পৰা নাই। তাইৰ এবাৰ চিঞৰি চিঞৰি কান্দিবৰ মন গৈছে। সিদ্ধাৰ্থও গম পাইছে তাইৰ পৰিস্থিতিৰ কথা সেইবাবে পৰিস্থিতিটো পাতল কৰিবলৈ সিদ্ধাৰ্থই ক'লে "তুমি বিয়াৰ পাছত শাৰী পিন্ধিবানে, চেলোৱাৰ কামিজ পিন্ধিবা, মই পিছে শাৰীয়েই ভালপাম।" তথাপিও অনুৰ মুখত হাঁহি নেদেখি সিদ্ধাৰ্থই মনে মনে থাকিল। অনুৰ মনত মাত্ৰ এটাই চিন্তা যিজন মানুহৰ বাবে তাই সকলো ত্যাগ কৰিলে আনকি নিজৰ মাক-দেউতাককো এৰি আহিলে, সেই মানুহজনৰ লগত মাক-দেউতাকক অভিশাপ লৈ গোটেই জীৱন সুখেৰে থাকিব পাৰিবনে বা তাই আজি গৈ সিদ্ধাৰ্থৰ মাক-দেউতাকৰ আশীৰ্বাদ ল'ব যাওতে কি বুলি ক'ব? তাই এক অভিশাপ হৈ যাব নেকি সিদ্ধাৰ্থক ঘৰখনৰ বাবে নে পেহীৰ কথাষাৰ সঁচা হ'ব। তাই যেন একো ভাবিবই পৰা নাই।

অলপ আগত গৈ অনুৱে হঠাৎ চিঞৰিলে "সিদ্ধাৰ্থ গাড়ী"। অলপ সময়ৰ পাছত যেন সকলো নীৰৱ। দুৰ্ঘটনাক্ৰমে অনুৱে বৰ বিশেষ আঘাত পোৱা নাই যদিও সিদ্ধাৰ্থৰ অৱস্থা বৰ ভাল নহয়। চিভিল হাস্পাতালৰ এটা চুকত বহি তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাই শেষবাৰৰ বাবে সিদ্ধান্ত ললে তাই একেবাৰে ইয়াৰ পৰা গুচি যাব, সিদ্ধাৰ্থৰ জীৱনৰ পৰা গুচি যাব। অলপ সময়ৰ পাছত সিদ্ধাৰ্থৰ কেবিনত গৈ দেখে যে সিদ্ধাৰ্থ অসহায়ভাৱে বিছনাখনত পৰি আছে। তাই অন্তিমবাৰৰ বাবে সিদ্ধাৰ্থক হেপাঁহ পেলাই চাব বিছাৰিছে। যাৰ স্মৃতি লৈ তাই গোটেই জীৱন কটাব লাগিব। তাই এবাৰ সিদ্ধাৰ্থৰ কাষলৈ গৈ কপালত চুমা এটা খালে আৰু দৰ্জাখন খুলি তাই বাহিৰলৈ ওলাই গৈ এটা সময়ত কৰিড'ৰটোত অদৃশ্য হৈ গ'ল....।

# নিয়তিৰ পৰিহাস

**ময়ূৰী কুৰ্মী**
স্নাতক প্ৰথম বৰ্ষ

ফুটপাথৰ পৰা চিঞৰা মানুহগৰাকীলৈ এবাৰলৈ হ'লেও প্ৰায় সকলোৱে ঘূৰি চায়। তাই দৈনিক কাৰ্য্য মতে সেইদিনাও স্কুল-কলেজলৈ যোৱা ল'ৰা-ছোৱালীবোৰক উদ্দেশ্যি কয়— "নাযাবি নাযাবি, সেইফালে নাযাবি। তহঁতক অপদেৱতাই জীৱনৰ আধাতে লৈ যাব"। তাইৰ কথা শুনিবৰ কাৰো ধৈৰ্য্য নাই। সকলো গুছি যায় নিজ নিজ ক্ষেত্ৰলৈ। নাই; কাৰো সময় নাই তাইৰ কথাৰ তত্ত্ব বিচাৰিবলৈ। কাৰণ তাই আজি নাম পাইছে- 'পাগলী'।

কিন্তু কিয়? তাইৰতো এখন সুখৰ সংসাৰ আছিল। তাইৰ সুখ দেখি বিধাতাৰ ঈৰ্ষা জন্মিল। সেইবাবেই হয়তো তাই আজি এই স্থানত। তাইৰ স্বামী 'বিকাশ' ডাকঘৰত এটা সাধাৰণ চাকৰি কৰে। অফিচলৈ যোৱাৰ সময়ত সদায় বিকাশে তাইৰ কপালত মৰমেৰে চুমা এটা আঁকি দি কয়, "তোমাৰ বাবেই মই আজি ইমান সুখী"। একমাত্ৰ ল'ৰা অচ্যুতক স্কুলত থৈ বিকাশ অফিচলৈ যায়। সি অফিচৰ ব্যস্ততাৰ মাজতো তাইৰ খবৰ ল'বলৈ নাপাহৰে। বিকাশৰ কামত অলপ আহৰি দিবৰ বাবেই অচ্যুতক স্কুলৰ পৰা আনিবলৈ তাইয়ে যায়। এনেদৰেই চলি আছিল সিহঁতৰ সুখৰ সংসাৰখন।

কিন্তু বিধাতাই সিহঁতক বেছিদিন সুখ-আনন্দ ভোগ কৰিবলৈ নিদিলে। সেই দিনটো আছিল খুব সম্ভৱ ২৪/২৫ জানুৱাৰী। প্ৰায় ৯ বাজিবৰ হ'লেই। খৰখেদাকৈ অচ্যুতক স্কুলত থৈ বিকাশ অফিচলৈ যাব বুলি ভাবি গাড়ীৰ স্পীড বঢ়াই দিলে। ইফালে ঘৰত জাহ্নবীৰো গাটো ভাল নহয়। তাইকো অকলে এৰি থৈ অহাৰ বাবে তেওঁৰ মনটোও দুখ লাগি আছে। সি ট্ৰেফিকত ৰঙা লাইট জ্বলা দেখি খৰখেদাকৈ পাৰ হ'ব খুজোতেই সিফালৰ পৰা অহা বাহ এখনত খুন্দা মাৰিদিলে। মূৰত খুব জোৰকৈ দুখ পোৱাৰ বাবে সি অচেতন হৈ পৰিছিল। তাক আৰু অচ্যুতক কোনোবাই নি হস্পিটেলত ভৰ্তি কৰাইছিল। সি যেতিয়া চকু মেলিছিল জাহ্নবীৰ কান্দি কান্দি ক'লা পৰা মুখখন দেখিহে গম পাইছিল যে ডাঙৰ কিবা এটা ঘটি গ'ল। তেনেতে এগৰাকী নাৰ্ছে আহি জাহ্নবীক ক'লেহি অচ্যুতক কিড্‌নীৰ আৱশ্যক। এইবাৰ তাই দৌৰি অচ্যুতৰ ওচৰ পালেগৈ। সিহঁতৰ জানো কিড্‌নী কিনিব পৰা সামৰ্থ্য আছে। বহু চিন্তা কৰি নিজৰেই কিড্‌নী দি অচ্যুতক ৰক্ষা কৰিলে। এদিন সুস্থ হৈ তিনিও ঘৰলৈ উভতিছিল। কিন্তু সকলোৱে এৰি থৈ আহিছিল শৰীৰৰ একোটাকৈ অংগ। ডাক্তৰে বিকাশক মগজুত অধিক চাপ পৰা কথা ক'বলৈ জাহ্নবীক হাক দিছিল। দিন যোৱাৰ লগে লগে তয়ো সেই কথা পাহৰি পেলাইছিল। এদিন কথাৰ মাজতে তাইৰ মুখত অচ্যুতৰ কথাটো ওলাই পৰিছিল। সঁচা জনাৰ পিছত সেইবোৰ কথাকে চিন্তা কৰি কৰি সি আকৌ বেমাৰত পৰিছিল। প্ৰায় এমাহমান অচিন বেমাৰৰ লগত যুঁজি যুঁজি এদিন দোকমোকালিতে তাইক মাতি কৈছিল, "জানক ভালদৰে ৰাখিবা"। আৰু সিহঁতক এই সংসাৰত অকলে সংগ্ৰাম কৰিবলৈ এৰি দি এই পৃথিৱীৰ পৰা বিদায় মাগিলে।

তাই বহুত ধৈৰ্য্যৰে কণমানি অচ্যুতক বুকুত বান্ধি জীৱন সংগ্ৰামত নামি পৰিল। সিও লাহে লাহে ডাঙৰ হৈ আহিছিল। কণমানি অচ্যুত এদিন জিলাৰ ভিতৰত প্ৰথম হৈ উচ্চতৰ মাধ্যমিক বিজ্ঞান শাখাত উত্তীৰ্ণ হয়। তাৰ এজন সুদক্ষ চিকিৎসক হোৱাৰ মন। কিন্তু মন গ'লেই জানো হ'ব...। এজন ভাল চিকিৎসক হ'বলৈ বহুত টকাৰ প্ৰয়োজন। সিহঁতে ইমান টকা ক'ত পাব। এনেতে চহৰৰ এজন বিখ্যাত মানুহৰ চকু দুটা কিবা প্ৰকাৰে নষ্ট হৈ যোৱাত চকুৰ বাবে তেওঁ দহ লাখ টকা দিবলৈ প্ৰস্তুত। জাহ্নবীয়ে সেই কথা জনাৰ পাছত তেওঁৰ ওচৰলৈ ঢাপলি মেলিলে। অচ্যুতে গম নোপোৱাকৈ তাই নিজৰ এটা চকু দি এসপ্তাহৰ ভিতৰতে অচ্যুতক পঠিয়াই দিলে বিদেশলৈ। সি কেৱল মাকৰ কথামতে যাত্ৰা কৰিলে ট্ৰেইণেৰে এজন সুচিকিৎসক হোৱাৰ আশাৰে।

মাকে পিছদিনা শুনিবলৈ পাইছিল যে ক'ৰবাত এখন ট্ৰেইণৰ ডবা লুটি খাইছিল। কিন্তু সেইবোৰ কথাত গুৰুত্ব দিবলৈ তাইৰ সময় নাছিল। তাই কামৰ বাবে ওলাই গৈছিল। যিটো ডবা লুটি খাইছিল তাতে আছিল নিদ্ৰামগ্ন হৈ জাহ্নবীৰ পুত্ৰ অচ্যুত। গধূলি ঘৰলৈ উভতি আহি পদূলিৰ মুখত মানুহৰ জুম দেখি তাই ভয় খালে। তাই মানুহৰ জুম ফালি আগবাঢ়ি যাওঁতে সকলোৱে বাট এৰি দিছিল তাইক যাবলৈ। তাই আচৰিত হয় আন ঠাইত কেতিয়াবা মানুহৰ জুম ফালিবলৈ গ'লে কোনোবাই ভেঙুচালি কৰে, কোনোবাই গালি পাৰে। কিন্তু আজি তাইক কিয় এনে ব্যৱহাৰ কৰিছে। তাই খৰ খোজেৰে আগবাঢ়ি যায়। বগা কাপোৰেৰে ঢাকি থোৱা এটি মৃতদেহ দেখাৰ পাছত তাই আৰু একো বস্তু নেদেখা হৈ গ'ল। এটা চকু থাকিও তাই নিজকে অন্ধ যেন অনুভৱ কৰিলে। তাইৰ মুখৰ মাত হেৰাই গ'ল।

তাৰ পাছত কেইবাবছৰ তাইক সেই ঠাইত দেখা নগৈছিল। মানুহে ভাৱিছিল তাইয়ো ছাগে সংসাৰৰ যন্ত্ৰণা সহিব নোৱাৰি আত্মহত্যা কৰিলে। কিন্তু আজি এমাহমান হৈছে তাই উভতি আহিছে সেই ঠাইলৈ। কিন্তু আগৰ জাহ্নবীৰ ৰূপত নহয়। এজনী পাগলীৰ ৰূপত।

নিয়তিৰ কি পৰিহাস এটি এটি কৈ সকলোকে বিধিয়ে তাইৰ পৰা কাঢ়ি নিলে। তাই বাৰু এনে কি দোষ কৰিছিল যাৰ বাবে বিধাতাই তাইক এনে শাস্তি দিলে। তাই বাৰু এনে শাস্তি পোৱাৰ যোগ্য আছিল নে.....?

# আশা মোৰ এক সঁচা অনুভূতি

অনুপ কলিতা
উঃ মাঃ ১ম বৰ্ষ

তুমিয়েই কৈছিলা এদিন
জীয়াই থাকিবলৈ শিকা।
সংগ্ৰাম কৰা
প্ৰতিটো বাধাৰ বিপৰীতে,
প্ৰতিটো নোপোৱাৰ তাগিদাত।।
এক দুৰন্ত প্ৰচেষ্টাত,
কান্দি লাভ নাই
মাথো হাঁহা আৰু হুহুঁওৱা।
পাহৰি যোৱা সকলো দুখ,
যি ইচ্ছা তাকে কৰা,
আৰু যি তোমাৰ বিবেকে কয়
সেয়া ব্যক্ত কৰা নিঃসংকোচে।
পিছৰ কথা ভাৱি
নিজৰ ইচ্ছাৰ বিৰুদ্ধে নাযাবা,
যদি জীয়াই থাকিব বিচাৰা
তেন্তে নিৰাশ নহবা।
প্ৰতিটো পুৱা, প্ৰতিটো নিশা,
প্ৰতি পল, অনুপল
আশাৰে সজোৱা
সঁচা মানুহ হোৱাৰ আশাৰে.........।

# স্মৃতি মাথোঁ বৰ্ণালী

নৱজ্যোতি বৰা
উচ্চ মাধ্যমিক ১ম বৰ্ষ

শুনাচোন কাণপাতি
হেৰা বাটৰুৱা;
শুনানেকি কৰ'বাত মাজৰাতি বৰ্ণালীৰ
চিঞৰ ..........!
নপৰে জানো মনত?
ফুটুকীয়া ফ্ৰক পিন্ধা,
কণমাণি বৰ্ণালীজনীৰ কথা.............
মাথো পাৰ কৰা কেইটামান বসন্তৰ কলি,
মৰহালে সেই পিশাচ দানৱে।
নাৰী হেনো পূজনীয়
ভাৰতীয় শাস্ত্ৰই কয়,
তেন্তে কিয় দিলে সেই নাৰীকে
যাতনা অকালতে?
অকল জানো সিমানেই!
হাজাৰ হাজাৰ বৰ্ণালীৰ আৰ্তনাদে
মোৰ টোপনি ভাঙে।

# দুঃসময়ৰ গান

কৈলাশ বৰা
উচ্চতৰ মাধ্যমিক ১ম বৰ্ষ

এতিয়া পৃথিৱীত পাপৰ প্ৰয়োভৰ,
আন্ধাৰ গলিত কিশোৰী বেশ্যাৰ চিৎকাৰ,
গণধৰ্ষণৰ বলি গৰ্ভৱতী মাতৃ,
অকালতে প্ৰসৱ কৰা মাংসপিণ্ডৰ
কি বিভৎস ৰূপ!
পোহৰ আৰু কিমান দূৰৈত
পোহৰ..........??

# মানুহ

হোমেন গগৈ
উচ্চতৰ মাধ্যমিক ১ম বৰ্ষ।

মানুহ কবিতাৰ দৰে
সজ্ঞাতীত
মানুহ শব্দটো কিমান গৌৰৱময় আৰু অৰ্থপূৰ্ণ
অথচ মানুহ কি ভয়ানক! কি বিভৎস!

মানুহ মহত্বম আনন্দ আৰু অলিখিত যন্ত্ৰণাৰ বাহক
ভাল-বেয়া, সুন্দৰ-অসুন্দৰ, সৎ-অসৎ, সৰলতা,
কপটতা, জটিলতাৰ সমাহাৰ।
মানুহ হ'ল প্ৰজ্ঞা, সহৃদয়তা আৰু আত্মিক সৌন্দৰ্য্যৰ
মূৰ্তিমান প্ৰতিৰূপ।

জগতৰ যতমান জঘন্য কৰ্ম আৰু পাশৱিক আচৰণ
তাৰ স্ৰষ্টা আৰু কৰ্তা এই মানুহ।
মানুহ সমস্ত মহৎ, ন্যায় আৰু মহিমাৰ উৎস।
মানুহ উতপ্ত বালিময় মৰুৰ দৰে
মানুহ শান্ত সমাহিত নদীৰ দৰে
মানুহ কবিতাৰ দৰে
সজ্ঞাতীত।

# জন্মদাত্ৰী মাতৃ

কল্যাণ বৰা
উচ্চতৰ মাধ্যমিক ১ম বৰ্ষ

হে জন্মদাত্ৰী মাতৃ
তোমালৈ যাচোঁ সহস্ৰবাৰ সেৱা
লোৱাচোন হাতপাতি তুমি মাতৃ
তোমাৰেই সন্তানৰ এই ফুলপাহী।।

যাওঁ আমি জীৱনৰ পোহৰ বিচাৰি
আৰ্শীবাদ দিয়া আমাক হিয়া উজাৰি।
কাঁইটীয়া অৰণ্যখন আতৰাই মাতৃ
আমি আনিম দেশলৈ শান্তি।
আহা আহা সকলো সন্তান যাঁও আগবাঢ়ি
জন্মদাত্ৰী মাতৃক দিও আমি সুখৰ বাতৰি।।

# কবিতা

সোমা চাহা
স্নাতক প্ৰথম বাৰ্ষিক

হৃদয়ৰ কোনটো সুৰুঙাইদি
গুছি গ'লা গমেই নাপালো।
আজি ফুলবোৰৰ সুৱাস নাই
সাৰ পাই বাঢ়ি অহা ফুলবোৰ
নিস্তেজ হৈ পৰিছে।

ক'ত নিশা তোমাৰ প্ৰতীক্ষাত ক্লান্ত হৈ পৰিছোঁ
অথচ তুমি আজি মৰুভূমিৰ মৰীচিকা
নপৰেনে তোমাৰ মনত
সেই আঁউসীৰ নিতাল নিশা
নিঃশব্দে সোমাই আহিছিলা নিঃসঙ্গ মোৰ
কোঠালিত।

তোমাৰ মিঠা পৰশত
মোৰ পথভ্ৰষ্ট পৰিশ্ৰান্ত আত্মাই সাৰপাই উঠিছিল
সাৰপাই উঠিছিল সৃষ্টিৰ বাসনা
তোমাৰ সুবাসত পাইছিলো
নৱ নৱ সৃষ্টিৰ প্ৰেৰণা।

নিষ্প্ৰভ নিৰুৎসাহ আত্মাত
তুমিয়েই সাঁচিছিলা সৃষ্টিৰ বীজ।
সেই আঁউসীৰ নিতাল নিশাত
মোৰ সমস্ত দুৰ্বিসহ জীৱনে কৈছিল
কবিতা ! মোৰ হৃদয়ৰ গভীৰতালৈ
এবাৰ ঘুৰি আঁহা।

মোৰ অৱসন্ন হৃদয়ত ঢালি দিয়া তোমাৰ সুবাস
নিৰৱ নিঃসঙ্গ ৰাতি বাট চাই থাকিম
মাঁথো তোমাৰ বাবে।
তোমাৰ বাবে খুলি থম শব্দৰ দুৱাৰ
গাঁঠি থম শব্দৰ মালা।

# হতভগীয়া

হৃশিকেশ গোঁহাই
উচ্চতৰ মাধ্যমিক ১ম বৰ্ষ

শুকুলা ডাৱৰ ফালি পোহৰৰ চমকনি
সেয়াই হেনু বিজুলি
গুৰুম্ গুৰুম্ কৰি মেঘৰ গৰ্জনে
নমালে ধাৰাষাৰ বৰষুণ।

শস্য শ্যামলা সেউজী ধৰাখনি
কক্ বকালে এডিঙি পানীত
নিমিষতে চূৰ্ণ বিচূৰ্ণ হৈ গ'ল
বহুতৰে আশা, হেপাঁহ
আৰু সপোনৰ ঘৰখন।

অন্ন, বস্ত্ৰ আৰু আশ্ৰয়ৰ সন্ধানত
চাতক পক্ষীৰ দৰে হাঁহাকাৰ কৰিলে শতজন হতভগীয়াই।

পেটৰ ভোকত ক্ৰন্দনৰত শিশুৰ
কৰুণ মুখে কোন দিশে লৈ যায়
সিহঁতৰ ভৱিষ্যত?
পাবনে সিহঁতে কোনোবা দিনা
সুজলা সুফলা শস্য শ্যামলা
অসমৰ এই ছবিটি???

# অবৈধ

জ্যোৎস্না বড়া
স্নাতক প্ৰথম বাৰ্ষিক

তোমাক এবাৰ লগ পাবলৈ বিচাৰো
এখন জনশূণ্য পৃথিৱীত
য'ত প্ৰকৃতিৰ সকলো নিৰ্জনতাই একেলগে বাস কৰে
তোমাৰ সতে এদিন বিলীন হৈ যাব বিছাৰো।

সেইদিনা মই তোমাক অতীতৰ কোনো কথাই নোসোধো,
মোৰ অতীতৰ কোনো কথাও তুমি নুশুধিবা।
সেইদিনা আমি দুয়ো স্মৃতিবোৰ আঁতৰাই বিলীন হ'ম,
আলফুলে শুৱাই থ'ম দুয়ো দুয়োৰে দুখন হৃদয়,
মোৰ হৃদয়ৰ দুৰু দুৰু, খাৰুৰ ঝন্‌ঝন্ শব্দ
নূপুৰৰ ৰুণুক জুনুক সকলো নিলগাই থ'ম।

সেইদিনা কোনো জনা নজনা ভুলৰ বাবে আমি
দুয়ো দুয়োকে নোদোষো, অনুতাপো নকৰো।
আমি দুয়ো এদিনৰ বাবে চৰাই হৈ যাম দিয়া,
কিচিৰ-মিচিৰকৈ কথা পাতিম, গছৰ গুটিকে খাম,
দুয়ো দুয়োৰে ওঁঠত ঢালি দিম মৰমৰ সুবাস।

আমি চুই চাম পৃথিৱীৰ সকলো নিষিদ্ধতা,
সেইদিনা আমি পণো নকৰো,
কোনো প্ৰতিশ্ৰুতিও নিদিওঁ
চৰায়ে জানো কেতিয়াবা শপত খায়? প্ৰতিশ্ৰুতি দিয়ে?
মাঁথো এদিনৰ বাবে আমি দুয়ো একেটা নীড়লৈ উৰি যাম দিয়া......

এখন অবৈধ পৃথিৱী গঢ়ি তুলিম, কিন্তু
বৈধতাই যে আঁজুৰি আনিব আমাৰ অতীত, জগাই তুলিব স্মৃতি
গঢ়ি তুলিব কৃত্ৰিমতা, সিঁচি দিব অলেখ দায়বদ্ধতা
বৈধ্যতাই জানো আমাক চৰাই হ'বলৈ দিব?

# হৃদয়ঙ্গম

শিখা চেতিয়া
স্নাতক প্ৰথম বৰ্ষ

এদিন হঠাৎ তুমি আহিছিলা
মোৰ জীৱনলৈ,
কেইপাহমান গোলাপৰ ভগা পাহি লৈ।
গোলাপ যিহেতু প্ৰেমৰ প্ৰতীক
পাহিকেইপাহে কৈছিলে তোমাৰ হৃদয়ৰ ভাষা,
তুমি মোৰ হাতত তুলি দি কৈছিলা।
পাহিকেইপাহত প্ৰাণ দিবলৈ,
কিন্তু তাত প্ৰাণ দিয়া নহল।
সিহঁতে প্ৰাণোজ্জীৱিত হৈ
সাৰ পাই নুঠিল।
তুমি বাৰু আগেয়ে জনা নাছিলানেকি
মই যে শিল্পী নহয়?

# শ্বহীদ

মিন্টু বাইদিহিঙীয়া
স্নাতক প্ৰথম বাৰ্ষিক

জ্বলালা তেজেৰে বন্তি
মাতৃৰ চৰণ বেদীত;
আঁকি গ'লা সোণালী আখৰে
নাম যাৰ শ্বহীদ।
পূজো বুলি আইৰ চৰণ কমল
তুমিয়েই জ্বলাইছিলা বিপ্লৱী অনল
দাসত্বৰ শিকলি ছিঙি
স্বাধীনতাৰ মন্ত্ৰ ৰচি
আনিব খুজিছিলা
স্বদেশলৈ শান্তি।
ৰাখো বুলি জননীৰ মান,
হাঁহি হাঁহি এৰি গ'লা প্ৰাণ
এইয়াই তোমাৰ মান
হে, শ্বহীদ তোমাক প্ৰণাম

# এটি পথৰ সন্ধানত

প্ৰকাশ কুমাৰ চেতিয়া
স্নাতক প্ৰথম বাৰ্ষিক

বহুদূৰ আগুৱাই গ'লো
কিন্তু হঠাৎ থমকি ৰ'লো
চমৎকাৰ !
মোক যেন কোনোবাই হাত বাউল দি মাতিছে
আৰু কৈছে,
আহা বন্ধু
ইয়াত কিমান যে সুখ,
মই খন্তেক থমকি ৰ'লো
আৰু নিজৰ অস্তিত্বক এবাৰ বিচাৰি চালো।

নাই! ই মোৰ পথ হ'ব নোৱাৰে,
যি পথে খন্তেকৰ বাবে মানুহক সুখ দিয়ে,
যি পথত মানুহৰ অস্তিত্ব ক্ষুন্ন হয়,
সি মোৰ পথ হ'ব নোৱাৰে।

যি পথে মানুহৰ জীৱন ব্যতিভ্ৰষ্ট কৰে,
যি পথত মানুহ দিশহাৰা হয়,
সি মোৰ পথ হ'ব নোৱাৰে।

য'ত নেকি থাকিব এক অনাবিল সুখ
নাথাকিব তাত কোনো বেদনা হিংসা-আসুয়া,
ভেদভাৱ......
সেই পথৰ সন্ধানত...........।

# কি নাম দিম?

অনামিকা বুঢ়াগোঁহাই
স্নাতক প্ৰথম বৰ্ষ।

মদী মাথো বৈ যায়
অবিৰতভাৱে সাগৰলৈ।
জীৱন-সংসাৰ নদীত
বৈ যাঁও আমি,
অজানিতে মৃত্যুলোকলৈ।

ঘাটে-ঘাটে লগ পাঁও
চিনাকী-অচিনাকী বহুতক।
সময়বোৰ বৈ যায়
নিৰলে-নিশব্দে।

হাঁহি-কান্দোনেৰে, হৰ্ষ-বিষাদেৰে
কিছু বুজো, কিছু নুবুজো
এনেদৰেই বৈ যায় আমাৰ
জীৱন সংগ্ৰামৰ নদী।

বৈ নাথাকে
আমাৰ বাবে
এৰিবলগীয়া হয় সেই ঘাট।
সেই ঘাটেই কাৰোবাৰ বাবে হৈ ৰয়
যেন স্মৃতিৰ চাপৰিৰ জোনাক।

স্মৃতি সদায়েই স্মৃতি।
সেই স্মৃতিৰ চোকা তৰুৱালখনত
নিদিব কেতিয়াও ধৰিবলৈ মামৰ
সময় পালেই ঘঁহব
অতীত শিলত,
স্মৃতিক ঢাকি ৰখা
মকৰা জালবোৰ আঁতৰাই
জুমি চাব আমাৰ সেই
সুখ-দুখৰ স্মৃতিৰ জোলোঙা।

কেতিয়াবা হঁহা, কেতিয়াবা কন্দা
কেতিয়াবা অভিমান কৰা।

# শৰতৰ সুবাস

চৈয়দ আচাৰুল হুছৈন
স্নাতক তৃতীয় বৰ্ষ

মায়াসনা এক মধুৰ নিশা
বহি আছিলো..........
জোনাকৰ লগত
লুকাভাকু খেলি
এজাক বতাহে দি গ'ল
তোমাৰ আগমনৰ বতৰা,
চুই গ'ল
মোৰ খালী হৃদয়।
অধীৰ আগ্ৰহেৰে
বাট চাই আছিলো.......
তুমি আহিবা বুলি
দুবৰিৰ নিয়ৰ সনা
সেমেকা ৰাতি.......
তোমাৰ সুবাসেৰে
স্নিগ্ধ কৰিবলৈ!

# অস্তিত্ব

মৃদুপৱন কোঁৱৰ
স্নাতক ২য় বৰ্ষ

আছে জানো কোনোবা জীৱিত
এই কবৰবোৰত?
আছে, ক'ববাত এটা দুটা।
কিন্তু অতি নগণ্য কিয়?
হব পাৰে কোনোবা
মৰা শ,
কিন্তু, এয়াই নেকি নিয়তি!
ধূলি কণাই দিবজানো
মাত এবাৰ শূণ্যত ওপঙি!
দিবজানো, জাৰৰত পোত খাই থকাজনৰ
সন্ধান?
গাব জানো জীৱনৰ গান?

# নিৰাশাৰ মাজতো আশা

চিম্পী ফুকন
স্নাতক প্ৰথম বৰ্ষ

কিহবাৰ ভাবনাত অস্থিৰ হৈছিলো
হঠাৎ এজাক মন পৰশা মৌচুমীবতাহে
কোবাই গৈছিল মোৰ হৃদয়খন,
আৰু সেই অচিনাকি বতাহজাকৰ বাবেই
মোৰ জীৱনটো হৈ পৰিছিল
ৰামধেনুৰ দৰে সাতোৰঙী।

মোৰ ৰিক্ত হৃদয়লৈ আনিছিল
ফাগুনী মলয়াৰ দৰে চঞ্চলতা
মোৰ আশা-নিৰাশাৰ মাজত
দুদোল্যমান মনলৈ স্থিৰতা নামিছিল
কেৱল সেই অচিনাকিবতাহজাকৰ বাবেই,
গভীৰ কল্পনাৰ মাজত সোমাই গৈছিলো,
কিন্তু হঠাৎ থমকি ৰৈছিলো,
যদি মই কৰা কল্পনাবোৰ এখন
ভঙা আইনাৰ দৰে হৈ পৰে।।

স্নিগ্ধ সুবাস বিলাই দিয়া
মোৰ পদুলিৰ শেৱালিজোপা
অস্থিৰ হৈ পৰিছিল।
হঠাৎ, মোৰ জীৱনটো হৈ পৰিছিল
এখন বঠাবিহীন নাৱৰ দৰে।
বৈ যায় অশ্ৰু দুগালে দুধাৰি
এতিয়া মই সম্পূৰ্ণ অকলশৰীয়া
আজি মোৰ কাষত কোনো নাই
কিন্তু! অপেক্ষা কৰা নাই মই,
কাৰণ মই বিচাৰো এটা
স্বাধীনচিতীয়া আৰু নিঃসংগতাপূৰ্ণ জীৱন
য'ত থাকো কেৱল মই,
আৰু নিৰৱতা——।।

# অনুভৱ

বিমি চুতীয়া
স্নাতক প্ৰথম বৰ্ষ

জীৱন নদীত ডিঙা মেলি
লক্ষ্যহীন ভাৱে আগুৱাইছো,
বঠাহীন নাৱৰীয়া মই;
নদীৰ একা বেকা গতিৰে মোৰ যাত্ৰা,
এই যাত্ৰাৰ নাই কোনো পৰিধি;
নদীৰ প্ৰচণ্ড উৰ্মিৰ হেচাত
উটি ভাহি যাওঁ,
নদীৰ গভীৰতাৰ মাজত।
আৰু কেতিয়াবা................
হেঙুল হাইতাল বুলোৱা সুৰুযৰ পোহৰত,
কল্পনাৰ পানশৈত উটি ভাহি যাও,
তাতে অনুভৱ কৰো
প্ৰকৃতিৰ নিৰল সান্নিধ্য।
লীন হৈ যাব বিচাৰো
দূৰ দিগন্তৰ মাজত;
সংসাৰৰ মাদকতা পৰিহাৰ কৰি
প্ৰকৃতিৰ মুক্ত আলিংগণৰ মাজত।
আৰু দিঠকত ............
হৃদয়ৰ বাহিৰে ভিতৰে
স্বপ্নভংগৰ কিযে হাহকাৰ,
বৈ আহে দুচকুৰ দুধাৰি নীৰ।
শোকাকুল দিনতো নিজকে বিচাৰি চাও
কিজানিবা হেৰাই যাও মৃত্যুৰ উপত্যকাত;
ভয়াল অন্ধকাৰত খহি পৰে,
মানৱীয় পোহৰৰ দোকমোকালি
তথাপিও ধূসৰ কুঁৱলী ফালি জিলিকি উঠে
মানৱীয় জীৱনৰ ইপ্সিত উপলব্ধি।
শ্বাসৰুদ্ধ হিংসা প্ৰতিহিংসাই
নিৰ্বিবাদে বধ্যভূমিত লুণ্ঠন কৰে,
পৃথিৱীৰ সেউজীয়া সপোন
ক্ৰমাৎ দূৰলৈ আতৰি যায়............।

# বিষাদৰ সিপাৰে

জোনালী চেতিয়া
স্নাতক তৃতীয় বৰ্ষ

মেঘাচ্ছন্ন আকাশৰ বুকুলৈ চাই নেদেখিলো আজি,
মোৰ জোনাকত সজা কল্পনাৰ ৰামধেনু।

অ' মই পাহৰি গৈছিলো কিজানি-
তুমিটো এতিয়া নাই মোৰ উশাহৰ সৈতে তাগৰদৰে।

সেয়ে জানা আজি ৰচিছো—
কিছুমান কবিতা যি অৰ্থবিহীন মাতাল শব্দৰ,
কিছুমান গান যি ৰসবিহীন কঠোৰ সুৰৰ,
কিন্তু আজিও কিয়??

তেজবোৰ ৰঙা, চকুলোবোৰ তপত, দুখবোৰ গধুৰ,
মোৰ জীৱনটোৰো অস্তিত্ব সচাঁয়ে, শলিতাহীন চাকিৰ দৰে,
তুমি আঁতৰি যোৱাৰে পৰা কলিজাৰ তেজবোৰো পানী হ'ল।

বুকুৰ মাজৰ কোমল অংশবোৰ প্ৰৱঞ্চনাৰ তাপত জাহ গ'ল,
তোমাৰ সৈতে লিখি থকা গল্পটো কিছুদিনৰ আগতে উঁইয়ে কুটিলে,
কিজানিবা আধৰুৱা ৰূপ দেখি সিহঁতৰো চকুলো ওলাল।।

এতিয়া মাথো চকুলোৰ টোপাল গণি আছো জীয়াই,
তোমাৰ স্মৃতিবোৰক বুকুত সাবতি দিন কটাইছো,
যিহেতু তোমাক কাষত বিছৰাটো অবাস্তৱ কল্পনা।

মই ক্ৰমে ক্ৰমে হেৰাই গৈছো তোমাৰ অপ্ৰিয় পৃথিৱীখনত,
য'ত মই যুঁজি আছো মৃত্যুৰ সৈতে একেবাহে অকলশৰে।।

# স্মৃতি

গীতাক্ষী ৰাজখোৱা
প্ৰাক্তন ছাত্ৰী

বৈ যোৱা নদীৰ পানী,
উভতি নাহে,
পাৰ হৈ যোৱা দিনবোৰো
ঘূৰি নাহে।

মাথো ৰৈ যায়
স্মৃতিৰ দলিচা
কিন্তু.....
সময়ৰ সোঁতত
এই দলিচাও
নিঃচিহ্ন হয়।

সোণোৱালী শৈশৱে
যৌৱনৰ দুৱাৰ দলিত
লগ এৰি গুছি গ'ল
মাথো স্মৃতি দি।

উটি ভাঁহি যোৱা
বগা কাগজৰ নাওঁখন,
এচাৰিৰ ভয়ত
পঢ়া পাটিগণিতৰ
নেওঁতাবোৰ,
মনে মনে
পাৰি খোৱা
আনৰ বাৰীৰ বগৰী,
প্ৰথম চাইকেল
চলোৱাৰ অবুজ আনন্দ
আহিবনে ঘূৰি?

# ত্ৰাসিত স্বাধীনতা

শিল্পীকা বৰা
প্ৰাক্তন ছাত্ৰী

তেজ! চাৰিওফালে তেজৰ নদী
আদিম মানৱৰ বৰ্বতাৰ চানেকি,
ধোঁৱা, ছাঁইৰে ধুসৰিত জননী
নিৰীহৰ তেজেৰে হ'ল ৰাঙলী।

সূৰ্য্য উদয় হয়,
আদৰি আনে এটা নতুন দিন,
জীৱনবোৰো যেন হৈ পৰে শূণ্য বেদনাৰ
কেৱল বুকুবোৰে ঢপঢপায় থাকে তাত।

সপোনবোৰ যে মৰহি যায়
আশাবোৰো শূণ্যতে থমকি ৰয়,
দুচকুত ফুটি উঠে যন্ত্ৰণাৰ চিন,
এটি অন্ধকাৰ ভৱিষ্যতৰ আগমনৰ বাবে।

অতীত হৈ যোৱা দিনবোৰে আমনি কৰে
হেৰাই যোৱা শান্তিবোৰ শান্তিৰ বাৰ্তাবাহকে
ধৰি আনিব নোৱাৰে,
বেলিটোৰ তেজাল ৰশ্মিবোৰে
উকা কাগজত ছটিয়াই যায় তেজৰ ৰং,
তাঁহি আহে কেঁচা তেজৰ গোন্ধ
হৃদয় নাইকীয়া এদল ৰক্তপিপাসুৰ
সজোৰ কৰাঘাতত,
বাকৰুদ্ধ হৈ পৰে নিৰীহৰ স্বাধীনতা
ভাঁহি আহে করুণ আৰ্তনাদ!

আপোন মানুহবোৰ নিজেই পৰ হয়,
হাঁহিৰ নিজৰাবোৰো শুকাই যায়
নালাগে আৰু ত্ৰাসিত স্বাধীনতা
ৰুদ্ধ বতাহ অথবা বাৰুদৰ শব্দ
নালাগে তেজৰ চেকুঁৰা,
মৃত্যুৰ ভয় অথবা যন্ত্ৰণা।

অলপ মুক্ত বতাহ লাগে
শান্তিৰে উশাহ ল'বলৈ
জীয়াই থাকিবলৈ.........

# যাত্ৰা

বিতোপন চুতীয়া
বি.চি.এ. ফাষ্ট চেমিষ্টাৰ

যাত্ৰা মোৰ এটি দীঘলীয়া বাটত
হেৰাই যাব খোজা কিছুমান স্মৃতিৰ সতে
অজস্ৰ সপোনেৰে সমৃদ্ধ হৈ।

উজুটি খাও বাৰে বাৰে
ভঙা দলঙৰ কাঠবোৰত,
হাঁহি মাৰে শৰটোৰে
সীমাহীন পথ।

নাজানো কিমানদূৰ,
ৰিণিকি ৰিণিকি দেখো
ৰক্ষা কৰচটো।

আকৌ হেৰাই যায়
এটি বিচলিত মনত,
ভাগৰুৱা দেহাই বিচাৰে
অলপ জিৰণি,
জিৰাম তোমাৰেই সৃষ্টিত,

হে আই, অলপ জিৰাবলৈ দিয়া!
ভাগৰ এৰিলে আকৌ যামগৈ
অনন্ত কাললৈ,
এক অবিৰত যাত্ৰাত।

## Faculty Members of the College

Sitting (L to R) S. Chetia, S. Doullah, K.C. Dutta, P.K. Moitra, H.N. Lahon, S.K. Karmakar
Standing 1st Row (L to R) P. Gogoi, A. Khandelia, K. More, J. Pator, M. Mahanta, R. Borthakur
2nd Row B. Saikia, H. Hazarika, P. Hazarika, M. Dutta, P.N. Sarma, D. Saharia, R.M. Sarma, C. Borthakur, J. Bora

# Various events of the College

Welcoming Satradhikar Sri Pitambor Devgoswami
to the College for College Fresher's

Honouring Satradhikar & receiving his blessings

Honouring the Deputy Commissioner during the National Seminar

Innuguration of College Magazine for the session 2005-06
by Dr. K.K. Deka, Registrar D.U.

Medical Camp at Palashani Village

## Editorial Board

Sitting (L to R) Pradip Gogoi, S.K. Karmakar, Principal K.C.Dutta, Padmanath Sharma, Junti Patar,
Standing (L to R) Prodip Baruah, Md. Ayub, Mrinal Dutta, Pankaj Hazarika, Haren Hazarika & Debojit Saharia.

## Students Union

**Mr. K.C. Dutta (President)**
Standing (L-R) Prodip Baruah (AGS), Md. Ayub (Literary & Debating Secy),
Arnab Raj Dutta (Secy. for Major Games), Nupur Khemka (Secy. for Girls' Common Room),
Anjan Kalita (Vice-President) & Nayanjyoti Bailung (Cultural Secy)

# English Section

# Credit Flow to Small and Medium Enterprises by Bank and Financial Institutions Some Problem and Prospects

# A Case Study

**Ratul Sarmah**
Sl. Grade Lecturer,
Dept. of Accountancy

## INTRODUCTION

The SME sector today occupies a pivotal position in building our country's economy. Today SME Comprises 90 percent of the total Industrial Unit in the Country accounting for 40 percent of total Industrial production, generating over 80 percent of Industrial employment and 30 percent of export.

NE Region with its rich natural resources biodiverse, rich in flora and founa has vast scope of Industrial development. Apart from Crude Oil, Tea, Coal, Limestone, Clay, Granite, Mica, Sillimanite, Gypsum, the geo-climate conditions are highly favourable to large scale production of fruits specially banana and pineapple which could offer a great scope for development of manufacturing sector. Sericulture and Khadi Industries based on handicraft product could provide a good market. Tourism Industry has a vast scope of developing a wide market for export of invisible items. Proper infrastructure for tourism Industries and fiscal incentives for hotelling development could enable the state to export tourism in a big way. The development of Information technology has also occupied the attention of government and private sector and has been considered one of the bright area for industrial development in the state.

Assam Economy is mainly based on oil and mining sector and on tea processing and plantation sector. Assam occupies an important position in the history of oil industry in India. The state has the highest success ratio (i.e.70%) in the world with respect to oil exploration. As on date Assam has highest number of refineries located any state in the country and account for four refineries. Beside this Assam has rich deposits on Oil and Natural Gas, lime stone, clay, glass sand Coal, Granite, Mica, Gypsum base metal etc.

Assam is the largest state of the North East in terms of population with 266.38 lakhs as per 2001 Census. The state has a geographical area of 78,438 Sq. Kms. The state per capita income at current price was Rs.10,198 as compared to All India average of Rs. 16,487. The per capita income grow at a compared annual growth rate of 8.62% as compared to national average of 11.5%. The Net state domestic product of Assam at current prices for the 2000-01 was Rs. 2689141 Lakhs.

Inview of manifold advantages of industrial sector in Assam. The Government has been emphasising the role in Industrial policy announce from time to time. The industrial policies of 1956 and 1977 may be regarded as policy for the SSI sector.

The Industrial Policy 1980 however made fundamental departure from 1977 policy and this policy wanted to have a harmonious growth of SSI Sector both large and medium sector. The 1991 policy announced specially for promoting and strengthening small tiny and village enterprises.

The Industrical Policy 1997 has been formulated with experience of implementation industrial policies declared by Govt. of Assam in 1982, 1986 and 1991. This policy was announced on 24th December, 1997 containing new and synergic incentives packages. The policy outlines numerous incentives including tax holidays, excise exemption, subsidies on transport, capital investment, working capital interest etc. It is unfortunate and needless to say that no industrial policy since 1948 have been executed properly so far.

## SINGNIFICANCE OF THE STUDY

Finance is one of the vital and prime sector has been identified by the Government of Assam that need to be functioning properly to implement the Industrial Policy of Assam. It has been observed that a large number of Industries established during the policy period either became sick or close down due to lack of proper credit facility.

India has a larger and more widespread financial sector than most developing country. Till March 31st 2001 the number of commercial scheduled bank branches operating in the state of Assam are 1239. Besides the Nationalised Schedule banks branches its regional offices are located in the state of Assam. In addition to this the Industrial Development Banks of India (IDBI) (IFCI), small Industrial Development Bank of India (SIDBI), ICICI in 1995, NEDFI has set up specially for financing industrial project in the North Eastern Region. These institutions provides financial assistance in the shape of Micro and Macro credit to the entrepreneur located in this part of the country. Keeping in mind the slow rate of flow of credit to the local entrepreneurs and the problem facing by them in getting terms loan and working capital loan, the government has been taken remedial measures by instructing the officers of DIC to lialise on their behalf with banks and financial Institutions.

In an important development the RBI has accorded the micro credit institutions and SHG, it has advised the bank to provide maximum support to SHG while simultaneously setting up panels to look into the infrastructure,

sustainaibility,. funding, regulations and capacity building for micro finance delivering of the SHG. In Assam large number of SHG are carring up but the sustainbility and viability of many institutions have been placed under suspended animation by the banks. Many a banks still consider lending to SHG, a risk propositions. Recently RBI has announced a new guidelines for infrastructure financing and said bank and financial Institutions. Institutions are free to finance technically feasible projects undertake by both public and private sector subject to fulfiling certain conditions.

Credit is the prime importance in implementation of Industrial policy and promotion of SME in the North-East. Credit institution in this region have not performed upto the expectation and this is an area need to be take into consideration in promotion of SME in this part of the country.

## OBJECTIVES

The objective of the present study is to identify the gap between the demand and supply of credit provided towards the SME in the District of Sivasagar and role played by the Bank and Financial institution in providing credit to them during the period of Industrial policy of Assam 1997. This study carefully examined the problem faced by the parties interested in promotion of SME in the District. The present study shows the impact of Institutional Finance on generating of employment among the small entrepreneurs.

## METHODOLOGY AND COVERAGE

The study is based on secondary data that obtained from Annual Report and periodicals of the banks and financial Institutions, DIC, and from the entrepreneurs. The study is mainly confined to the period of Industrial policy of Assam 1997. The entrepreneurs whose total investment is more than Rs. 5 lacs, are taken into consideration and who have established their enterprises within the jurisdiction of the District of Sibsagar. Covering all the nine blocks in the District. The study is divided into four parts shows the status of SME in the District in the First part. The second part shows the status of Bank and Financial Institution in the District and third part shows the analysis of data obtained from the interested parties and interpriting the result their of and finally it concludes with some suggestion based on interviewed taken with the bank officials and entrepreneurs.

## Definition of SME:—

Prior to the SME Act 2006

| | | |
|---|---|---|
| Micro | - | upto 2Lakhs |
| Small | - | upto 1Crore |
| Medium | - | above 1 Crore |

According to SME Act 2006; the earlier concept of Industries has been changed to "Enterprises". Enterprises are classified into engaged in manufacturing or production of goods pertaining to any industry. And engaging in providing or rendering services. Manufacturing Industries whose investment in plant & machinery excluding L & B is upto 25 lakhs is considering as Micro and in case of service provider it is up to Rs. 10 lakh. Enterprises whose total

investment is between Rs. 15 lakh and 5 Crs is considered as Small in case service provider it is Rs. 10 lakh to 2 Crs. And Enterprises whose total investment is between 5 Cr to 10 Crs is considered as Medium size and in case of service provider it is between Rs 2 Crs to Rs 5 Crs.

**Definition of Credit**- The policies and Practice in respect of Credit to the NSME's shall be progressive and such as may specified in guidelines or instructions issued by RBI with aims of

- (i) Ensuring smooth credit flow to NSMES.
- (ii) Minimising Sickness among them
- (iii) Ensuring enhancement of their competitiveness.

**Industrial Policy of Assam - 1997**

In context with the New Industrial Policy for North East India 1997, the Industrial policy of Assam 1997 was declared in April 1997. The basic purpose of the policy is to create necessary conditions for maximum possible utilization of locally available raw materials and thereon resources for industrialization; other comparative advantages to investment to developed of local skill and entrepreneur, create medium employer operations for local people development of food processing industry, export oriented, promotion of village and khadi Industry etc.

The policy emphasizes on-

- i. Provide basic infrastructure facilities.
- ii. Provide an attractive incentive package in respect of terms loan, interest on working capital, raw material, IT sector.
- iii. Build up responsible industrial network.
- iv. Ensure a preferential treatment to local entrepreneurs from banks and financial institutions.
- v. Take up with major Industries like tree, Oil, Coal, and paper for providing help to setting up of ancillary units.
- vi. Provide financial assistance and technical assistance to SME of Assam to setup diversified jute industries.
- vii. Make available service of DIC offices to lialise with Bank and financial institute on behalf of entrepreneurs to sort out the problems of enterprisers.

**Profile of the Sibsagar District and SME status in the district**:-

Sivasagar is located in the eastern part of the Assam spread over in on area of 2668 sq. kms. With a total population of 1052802 which is 3.95% of total population of Assam at literacy rate 75.33% as per 2001 census. Sivasagar economy is mainly based on tea, oil, with countless temple and palace of sculptured excellence speak volume of Assam past glory. Some 18000 families are engaged in the production of aree, mugga which satisfied demand of their own.

General information of Sivasagar District -

| | |
|---|---|
| Area | 2668 sqm. |
| Sub-division | 3 |
| Blocks | 9 |
| Revenue Circles | 6 |
| Mahkuma parishads | 3 |
| Gaon Panchayats | 118 |
| No of villages | 886 |

The number of small and medium size Industries registered with the DIC, Sivasagar as on March, 2007

| Particulars | Industry Sector Up to 31-3-07 | Registered units | % of total |
|---|---|---|---|
| Permanently registered | 1. Repair & Services. | | 23.1% |
| | 2. Agro base | | 10.6% |
| | 3. Engineering | | 9.6% |
| | 4. Forest based | | 9.1% |
| | 5. Textiles | | 7.9% |
| | 6. Printing & book Industries | | 5.2% |
| | 7. Chemical | | 3.1% |
| | 8. Building material | | 1.9% |
| | 9. Miscellaneous | | 29.4% |

The table shows that Repairing and service has the highest share among the SME industries registered in DICE in terms of number of established or units. In addition to that some 18000 families are engage in aree and muga which they considered as their finally business.

Status of Bank and Financial Institution:-

Till March 2001 the member of Scheduled, Commercial bank branches operating in the state of Assam was 1239. The credit deposit ratio was 32.37% as on 31st March 2001.

**Banks and Credit Agencies in block wise under Sivasagar District.**

| Bank | Sibsagar | Nazira | Demow | Gaurisagar & Amguri | Sapekhati & Lakwa | Sonari | Total |
|---|---|---|---|---|---|---|---|
| LGB | 7 | 1 | 3 | 2 | 3 | 5 | 21 |
| UBI | 3 | 3 | 2 | 3 | 2 | 2 | 15 |
| SBI | 4 | 6 | 1 | - | 1 | 1 | 13 |
| UCO | 1 | - | - | 1 | - | 2 | 04 |
| PLDB | 1 | 1 | - | - | - | 1 | 03 |
| DCCB | 1 | 2 | - | 1 | - | 1 | 05 |
| SCB | 1 | - | - | - | - | - | 01 |
| INDIAN | 1 | - | - | - | - | - | 01 |
| CANARA | 1 | - | - | - | - | - | 01 |
| Allahabad | 1 | - | - | - | - | - | 01 |
| VIJAYA | 1 | - | - | - | - | - | 01 |
| CBI | 1 | - | - | - | - | - | 01 |

Besides the above commercial banks in the district the other credit agencies are AFC, NABARD. GPSS (Gram Ponchayat level Samabai Samittes) Assam Co-operative Agriculture and Rural development Bank (SLDB), Sibsagar District Central Co-operative Bank all of which are however presently defunct, of the Commercial banks the United Bank of India has the highest member of branches followed by SBI with 13 branches UCO bank with 4 branches, India Bank, Canara bank, Allahabad bank which have a branch each located at the district Head Quarter. It is observed that almost all the banks C.D. ratio and necessary performance relatively low.

**Observations**:-

It has been observed that more than 600 enterprises become sick or sustained losses due to reasons insufficient flow of credit assistance,

lack of exposure, limited market efforts, inability to compete with larger farms, high production cost due to poor infrastructure, non-availability of raw material, constant power supply, sophisticated technology. Most of the bank officials opined that though there is a vast scope for promotion of SM Enterprises yet recovery rates of loan are not upto the expectations.

There is a need of proper Counseling support from Government agencies in respect of obtaining loan from banks and financial institution as well as repayment procedure. Most of the enterprises are in not in position to availed the incentive package provided during the Industrial Policy period.

It has been again observed that 25% of the enterprises registered under DIC could only availed the bank Finance Reaons for not availing bank Finance are

| Reasons | Percentage |
|---|---|
| 1. Procedure for obtaining loan is lengthy and not hazard free. | 25% |
| 2. Because Bank officials are no co-operative as per expectation. | 21% |
| 3. Because of Bank insisted on Collateral security | 15% |
| 4. Because of Bank official demanded bribe | 7% |
| 5. Because repayment period is too short | 5% |
| 6. Bank refused to lend because enterprise is not registered | 4% |
| 7. Because Bank is for away | 2% |
| 8. Any other reason | 2% |

## List of entrepreneurs selected for sample

| Sl.No | Name & Address of Unit | Product | Total Investment | Total employed | Remarks |
|---|---|---|---|---|---|
| 1 | M/s New Ambika Food | Bakeries & Conf | 35,36,000 | 08 | |
| 2 | M/s Tirupaty Jut Industry | Jut Bages | 9,60,000 | 09 | |
| 3 | M/s Hightech Industry | Gate Grill | 10,75,000 | 07 | |
| 4 | M/s Niki Food | Rice Mill | 6,04,716 | 02 | |
| 5 | M/s Sharma Rice Mill | Rice Mill | 33,16,000 | 03 | |
| 6 | M/s Swagat Steel Furniture | Steel Fabrication | 10,00,000 | 04 | |
| 7 | M/s Borah Backery | Bakeries | 5,00,000 | 06 | |
| 8 | M/s Deka Concrete | Cement concreat | 10,50,000 | 04 | |
| 9 | M/s N.E. Paints | Painting & coating | 60,21,000 | 21 | |
| 10 | M/s Dodhiram Fabric | Fabrication | 11,40,000 | 04 | |
| 11 | M/s Amba Soap Fact | Washing Soap' | 10,66,000 | 08 | |
| 12 | M/s Rohman Spice | Spice Grinding | 16,08,000 | 03 | |
| 13 | M/s New Assam Body | Bus/Truck body | 9,51,000 | 09 | |
| 14 | M/s Borah Taxtile | Decorative Taxt | 5,80,000 | 11 | |
| 15 | M/s Jagaran Multi Product | Knitting & Emb | 7,68,000 | 08 | |
| 16 | M/s Dey Candle Fact | Cardle Sticks | 18,80,000 | 04 | |
| 17 | M/s New Brick Indust | Brick Manufact | 48,00,000 | 26 | |
| 18 | M/s Borah [illegible] | Cardle Sticks | 25,20,000 | 04 | |
| 19 | M/s Utsav Ent[illegible]se | Handloom | 15,00,000 | 05 | |
| 20 | M/s Trishul Trading | Handloom | 21,60,000 | 06 | |
| 21 | M/s B. N. P Udyug | Readymade Garmt | 11,40,000 | 08 | |
| 22 | M/s Eastern Steel | Steel Fabrication | 6,00,000 | 05 | |
| 23 | M/s Ganapatty Handloom | Decorative Taxt | 18,71,000 | 03 | |
| 24 | M/s Subhadra Weaving | Handloom Prod. | 9,00,000 | 14 | |
| 25 | M/s Phukan Industries | Handloom Asses | 24,00,000 | 10 | |
| 26 | M/s Swapna Handloom | Handloom Prod. | 10,86,000 | 12 | |
| 27 | M/s Wood Fair | Wooden Furniture | 11,64,000 | 06 | |
| 28 | M/s Ganesh Stone | Stone Crusher | 19,86,000 | 23 | |
| 29 | M/s Prince Land | Wooden Furniture | 21,30,000 | 06 | |
| 30 | M/s DD Industries | School Stationary | 21,60,000 | 06 | |
| 31 | M/s Sivam Industries | Handloom | 15,00,000 | 05 | |
| 32 | M/s Soun Soft | Computer, Data Pro. | 8,40,000 | 04 | |
| 33 | M/s Hari Industries | Handloom | 15,00,000 | 05 | |
| 34 | M/s Gojanand Kumar | Rice Mill | 6,00,000 | 04 | |
| 35 | M/s Poly Handicraft | Jut Product | 7,50,000 | 04 | |
| 36 | M/s [illegible] Cane | Cane Furniture | 5,40,000 | 04 | |
| 37 | M/s Discover e-zone | Soft ware Develop | 10,20,000 | 04 | |
| 38 | M/s Trinayan Trading | Tyre Threading | 10,80,000 | 05 | |
| 39 | M/s Lipiprakash | Screen Printing | 5,90,000 | 07 | |
| 40 | M/s Bisti Silk | Silk Cloth & Muga | 5,00,000 | 07 | |
| 41 | M/s Brahmaputra Industry | Cane Furniture | 8,00,000 | 10 | |
| 42 | M/s Techno Trade | G.I. Fencing | 49,00,000 | 05 | |
| 43 | M/s Krishna Jut | Jut Bages | 23,00,000 | 05 | |
| 44 | M/s Rupshikha Industry | Decorative Taxt | 7,56,000 | 09 | |
| 45 | M/s ABR Enterprise | Handloom Asses | 15,00,000 | 05 | |
| 46 | M/s Mahalaxmi | Cement concreat | 5,33,000 | 10 | |
| 47 | M/s Priya Enterprise | Weaving & Tailoring | 5,20,000 | 04 | |
| 48 | M/s Ashomi Kutir Shilpa | Handloom | 4,60,000 | 05 | |
| 49 | M/s Bajrang Steel | Steel Farniture | 5,56,000 | 06 | |
| 50 | M/s Fashion Tailor | Readymade Garmt | 5,34,000 | 04 | |

**Conclusion:-**

Considering the present sky high inflation rate (i.e. 12% plus) there is a need of rapid growth of SME specially food industries to control the inflation. The RBI had predicted that real GDP would grow by 8 - 8.5% in Financial year 2009, but the Economy Advisory Council of the Prime Ministry project that the economy would grow by 7.7% which expect

to see both investment and consumption of expenditure growth to slow down a bit. There is a strong need for capital and institutional support to prop up the entrepreneur in the district. Bank and Financial institution of the district have not performed very remarkably and this is an area of concern and unfortunately it appears true that recovery of loans is not upto the marks. Government should folded up the red carpet to welcome the financial institutions as well as potential investments to set up industrial base in this part of the country.

**Suggestions:-**

1) Proper training may be given to SME in regards to terms and conditions of providing loan which enable entrepreneurs in getting loans and repayment of loan.
2) Counseling support from Government agencies should be provided to the borrowers specially about finance schemes and market linkages.
3) Technical training should be provided to SME as and when required which enables to produce superior quality product.
4) Refinance facility may be provided to the needy and committed youth.
5) Bank and Government agencies may support to SME in developing healthy marketing atmosphere.
6) Bank official may be liberal of collateral security regarding the finance of loans for selected entrepreneurs.
7) There is a need for regular training to SME in respect of new technology, market conditions, legal formalities for cross border transportation etc.

**References:-**


i) Micro, Small and Medium Enterprises development (MSMED) Act 2006
ii) North-East Industrial policy 1997.
iii) Industrial policy of Assam 1997.
iv) NEDFI Data bank.
v) Notification under North East Industrial policy.
vi) Offices memorandum NEIIPP - 2007
vii) Central Capital Investment Subsidy Scheme - 1997.
viii) Notification NO EA/1/2/96./PD Government of India Ministry of Industry.


***Web site***


i) www.dipp.nic.in.
ii) ipp_div_stat@.nic.in


(The paper is a Seminar Paper presented in the National Seminar on **"Credit Flow to small and Medium Enterprises by Bank and Financial Institutions : Some Problems and Prospects"** held on ....................at C.K.B. Commerce College, Jorhat, Assam.)

